


# সাহিত্য-সৌৰভ

প্ৰথম ভাগ



সম্পাদক—

ডাঃ বিৰিঞ্চি কুমাৰ বৰুৱা

এম-এ, বি-এল, পি-এইচ-ডি ।



প্ৰকাশক

শ্ৰীক্ষীৰোদ কুমাৰ বৰুৱা, বি-এ
শেৱালি প্ৰকাশ ভৱন ।
নগাঁও, অসম ।

১ম প্ৰকাশ
১৯৫৬ ইং

প্ৰিণ্টাৰ— শ্ৰীকাহেশ্বৰ নাথ ।
—শেৱালি প্ৰেছ—
নগাঁও অসম ।

# সম্পাদকৰ কথা

অলপ দিনৰ আগলৈকে অসমীয়া ছাত্র-ছাত্রীয়ে স্কুল-কলেজত অসমীয়া ভাষা-সাহিত্য শিক্ষা কৰা অনেকে অপ্রয়োজনীয় বুলি বিবেচনা কৰিছিল। অসমীয়া যেতিয়া আমাৰ মাতৃভাষা, ছাত্র-ছাত্রীয়ে ইয়াক অধ্যয়ন নকৰাকৈয়ে শিকিব পাৰে, এয়ে আছিল সাধাৰণৰ ধাৰণা। সেই হেতু ছাত্র-ছাত্রীয়ে স্কুল-কলেজত অসমীয়া পঢ়াত অৱজ্ঞা আৰু অৱহেলা কৰিছিল। বৰ্ত্তমান সেই ভাৱ আঁতৰিছে। বিশ্ববিদ্যালয়ে মাতৃভাষাক শিক্ষাৰ বাহন কৰি প্রবেশিকা পৰীক্ষাত মাতৃভাষাৰ দুখন প্রশ্ন কাকত প্রবৰ্ত্তন কৰাত আৰু কলেজত ই মুখ্য ভাষা স্বৰূপে পৰিগণিত হোৱাত মাতৃভাষা অসমীয়াৰ মৰ্য্যাদা বাঢ়িছে। জাতীয় চেতনা সজাগ কৰিবলৈ মাতৃভাষা চৰ্চ্চাৰ যে একান্ত প্রয়োজন সেই কথা দেশৰ নেতাসকলে উপলব্ধি কৰিছে। মাতৃভাষাত সম্যক ব্যুৎপত্তি নহলে অন্য ভাষা শিক্ষা কৰাও টান; এই কথা ভাষা তত্ত্ববিদসকলে স্বীকাৰ কৰিছে। এই সকলোবোৰ কাৰণত স্কুল-কলেজত মাতৃভাষা শিক্ষাৰ আদৰ বাঢ়িছে। লগে লগে মাতৃভাষা শিক্ষকৰ দায়ীত্ব গুৰুতৰ হৈছে। পঠন পাঠনৰ যোগে মাতৃ ভাষাৰ প্রতি ছাত্র-ছাত্রীসকলৰ শ্রদ্ধা আৰু সন্মান বঢ়োৱা শিক্ষকসকলৰ প্রধান কৰ্ত্তব্য হৈছে।

ভাষাৰ যোগে মনৰ ভাব সুসঙ্গত আৰু সুস্পষ্টকৈ প্রকাশ কৰাৰ ক্ষমতা লাভেই ভাষা শিক্ষাৰ প্রধান উদ্দেশ্য। মাতকুটা অৱস্থাৰে পৰা শিশুৱে পৰিয়ালৰ আৰু সমাজৰ লোকৰ লগত ভাবৰ আদান-প্রদান কৰিবলৈ চেষ্টা কৰে। এই আদান-প্রদান দ্বাইকৈ

সম্ভৱ হয় ভাষাৰ যোগেদি। সুস্পষ্ট ভাৱে কব আৰু সুসঙ্গত ৰূপে লিখিব পৰাতে শিক্ষিত মনৰ পৰিচয় ওলায়। ভাষা শিক্ষাৰ অন্য দ্বিতীয় উদ্দেশ্য হৈছে জ্ঞান আহৰণ। ভাষা শিক্ষাৰ অন্য এক প্ৰধান সাৰ্থকতা সাহিত্য-ৰস উপভোগ। ভাষা শিক্ষা দিয়াৰ লগে লগে ছাত্ৰ-ছাত্ৰীসকলক সাহিত্য-ৰস উপলব্ধি কৰোৱা শিক্ষক সকলৰ প্ৰধান কৰ্ত্তব্য। বিশেষকৈ ওপৰ শ্ৰেণীৰ ছাত্ৰ-ছাত্ৰীসকলক সাহিত্যৰ আনন্দ আৰু চিত্ত বিনোদৰ মাজেদিহে ভাষা জ্ঞান শিক্ষা দিব লাগে। তেনে কৰিলে ছাত্ৰসকলৰ ভাষা অধ্যয়নলৈ আগ্ৰহ বাঢ়িব। বিখ্যাত নাট্যকাৰ বাৰ্ণাৰ্ড-শ্ব-ই কোনো এক প্ৰসঙ্গত কৈছিল— শিক্ষা দুই উপায়েৰে সম্ভৱ, বেত্ৰাঘাটৰ দ্বাৰা অথবা ৰসবোধৰ সহায়ত। তেওঁৰ মতে সাহিত্য অধ্যয়নৰ সহায়তহে ছাত্ৰ-ছাত্ৰীসকলক ভাষাৰ বিচিত্ৰ শব্দ সম্ভাৰ, জতুৱা ঠাঁচ, ব্যাকৰণৰ সূত্ৰ সমূহ হৃদয়ঙ্গম কৰোৱাব লাগে। ভাষা-জ্ঞান আয়ত্বৰ কাৰণে সাহিত্য অধ্যয়ন অপৰিহাৰ্য্য।

লৰা-ছোৱালীক বয়স্ক লোকৰ অপৰিণত সংস্কৰণ বুলি বিবেচন কৰি সাধাৰণতে সাহিত্যক 'সৌন্দৰ্য্য-বিহীন নীৰস প্ৰবন্ধেৰে পাঠ্য-পুথিসমূহ সংকলন কৰা হয়; সংকলিত প্ৰবন্ধসমূহৰ প্ৰকাশভঙ্গীৰ প্ৰতিও বিশেষ চকু দিয়া নহয়। কিন্তু প্ৰকৃতপক্ষে লৰা-ছোৱালী অপৰিণত মানুহ নহয়, তেওঁলোক পূৰ্ণ পৰিণত শিশুহে। সেই কাৰণে তেওঁলোকৰ মানসিক অৱস্থালৈ লক্ষ্য ৰাখি পাঠ্য পুথি সংকলন কৰা যুগুত। বয়স্ক লোকৰ দৰে পৰিপূৰ্ণ শিশুৱেও চিত্তাকৰ্ষক আৰু সাহিত্যিক সৌন্দৰ্য্যৰে সমৃদ্ধ প্ৰবন্ধাৱলী পঢ়িবলৈ হেঁপাহ কৰে। সুললিত গীত, পদ আবৃত্তি কৰি আনন্দ পায়।

মনস্তত্বৰ পিনৰ পৰা লক্ষ্য কৰিলে বুজিব পাৰি যে, ছাত্ৰ-

ছাত্ৰীসকলে উচ্চ ইংৰাজী স্কুলৰ সপ্তম অষ্টম শ্ৰেণীত প্ৰৱেশ কৰা সময়ছোৱা তেওঁলোকৰ বয়:সন্ধিকাল। এই সময়ত তেওঁলোকৰ শৰীৰ, মন আৰু দৃষ্টিভঙ্গীৰ বহু পৰিবৰ্ত্তন ঘটে। তেওঁলোক পৰিপূৰ্ণ মনুষ্যত্বৰ বিকাশৰ বাটত আগ বাঢ়ে। এনে সময়ত উপযুক্ত পাঠ্য বিষয় আৰু পাঠ্য-পুথিৰে ছাত্ৰ-ছাত্ৰীসকলৰ মন যোগাবলৈ অভিভাৱক আৰু শিক্ষক তৎপৰ হোৱা উচিত। এই বয়:সন্ধিকালত গল্প, দেশ-বিদেশৰ বিবৰণ, বুৰঞ্জীমূলক বীৰত্ব কাহিনী, আৱিষ্কাৰৰ অভিযান, মহৎলোকৰ জীৱন চৰিত্ৰ, দু:সাহসিক [এডভেঞ্চাৰ] কাহিনীয়ে ছাত্ৰ-ছাত্ৰীসকলৰ চিত্ত গভীৰ ভাৱে আকৰ্ষণ কৰে।

এই সকলো কথালৈ লক্ষ্য ৰাখি 'সাহিত্য-সৌৰভ' সংকলন কৰা হৈছে। সৰুৰে পৰা ছাত্ৰ-ছাত্ৰীসকলে যাতে সাহিত্যৰ আনন্দ উপভোগ কৰিব পাৰে জাতীয় সাহিত্যৰ লগত তেওঁলোকৰ পৰিচয় ঘটে, মাতৃভাষাৰ শ্ৰেষ্ঠ লিখকসকলৰ ৰীতি-সৌন্দৰ্য্য আৰু ৰচনা-কৌশল উপলব্ধি কৰিব পাৰে। সেই উদ্দেশ্যেৰে 'সাহিত্য-সৌৰভ'ৰ প্ৰবন্ধ আৰু কবিতাসমূহ চয়ন কৰা হৈছে। জাতিৰ বৰেণ্য লিখক সকলৰ আদৰ্শ ৰচনাৱলীৰ লগত ছাত্ৰ-ছাত্ৰীসকলৰ সৰুৰে পৰা পৰিচয় ঘটোৱা উচিত বুলি শিক্ষাবিদসকলে নিৰ্দ্দেশ দিছে। বিলাতৰ স্কুলৰ পাঠ্য-পুথিত সেই কাৰণেই চেক্সপিয়েৰ, মিল্টন, ৱৰ্ডছৱৰ্থ, ডিকেন্স আদি সাহিত্যিকসকলৰ মনোজ্ঞ ৰচনাৱলী সন্নিহিত কৰা হয়। সেই একে আদৰ্শতে অনুপ্ৰাণিত হৈ 'সাহিত্য-সৌৰভ'ত মাতৃভাষাৰ লব্ধ-কীৰ্ত্তি সাহিত্যিক, যিসকল ঐশ্বৰ্য্যশালিনী অসমীয়া ভাষাৰ স্ৰষ্টা আৰু যিসকলৰ মনোৰম ৰচনাৱলীয়ে অসমীয়া ভাষা সাহিত্য যশস্বী আৰু গৌৰৱান্বিত কৰিছে, তেওঁলোকৰ ৰচনাৱলীকে সংকলন কৰা হৈছে। মাধৱ কন্দলি,

মাধবদেৱ আদিৰ সৌৰভময় ৰচনাৱলীৰ পৰা আৰম্ভ কৰি বৰ্ত্তমান যুগৰ চিন্তাশীল আৰু প্ৰতিভাশালী কবি সাহিত্যিকসকলৰ ৰচনাৰ শ্ৰেষ্ঠ অংশ এই পুথিত সন্নিহিত কৰা হৈছে। সংকলিত প্ৰবন্ধ-মালাই অমাৰ ছাত্ৰ-ছাত্ৰীসকলৰ অন্তৰত সৌন্দৰ্য্য প্ৰীতি, দেশ অ্ববোধ চিন্তাশীলতা, অভিযান প্ৰৱণতা, বিজ্ঞান চৰ্চ্চাৰ প্ৰতি ধাউতি জন্মাবলৈ সক্ষম হব বুলি আশা কৰা হ'ল।

প্ৰত্যেক প্ৰবন্ধ আৰু কবিতাৰ আদিতে লিখকৰ পৰিচয় তেওঁৰ অন্যান্য ৰচনাৰ উল্লেখ আৰু উদ্ধৃত পাঠটিৰ মূল ভাবৰ ইঙ্গিত দিয়া হৈছে। এই টোকাই শিক্ষকসকলক পঠন পাঠনত যৎকিঞ্চিৎ সহায় কৰাৰ লগে লগে ছাত্ৰ-ছাত্ৰীসকলৰ মন বহল ভাৱে অসমীয়া সাহিত্যলৈ আকৰ্ষণ কৰিব বুলি বিশ্বাস। পুথিৰ প্ৰবন্ধ পথ নিৰ্দ্দেশকহে মাত্ৰ; জ্ঞানৰ পৰিসৰ বঢ়াবলৈ আৰু সাহিত্যৰ ৰস সম্পূৰ্ণভাৱে আস্বাদন কৰিবলৈ ছাত্ৰ-ছাত্ৰীসকলে উল্লেখ কৰা পুথিসমূহ অধ্যয়ন কৰা যুগুত। এই উদ্দেশ্যৰেই 'সাহিত্য সৌৰভ'ত শ্ৰেণীৰ পাঠ্যক্ৰমৰ প্ৰয়োজনতকৈ অধিক সংখ্যক প্ৰবন্ধ আৰু কবিতা সন্নিহিত কৰা হৈছে। কোন কেইটা প্ৰবন্ধ আৰু কবিতা শ্ৰেণীত পঢ়াবলৈ সুবিধা হব, তাৰ বিচাৰৰ ভাৰ শিক্ষকৰ ওপৰত।

শেহান্তৰত যি সকলৰ সৌৰভময় প্ৰবন্ধ আৰু কবিতাৰে "সাহিত্য সৌৰভ" সংকলন কৰা হৈছে, তেওঁলোকলৈ আন্তৰিক শ্ৰদ্ধা আৰু সৰল কৃতজ্ঞতা আগ বঢ়াইছোঁ; তেওঁলোকৰ ওচৰত এই পুথিৰ সম্পাদক চিৰকাললৈ ঋণী। ইতি—

চেপ্তেম্বৰ, ১৯৫১ —সম্পাদক—

# সূচী পত্ৰ

## গদ্য

## কবিতা

# লোভ

[অসমীয়া ভাষাত আধুনিক চুটি গল্পৰ প্ৰথম প্ৰবৰ্ত্তক বুলি বেজবৰুৱাকে ধৰিব পাৰি। সদায় ঘটি থকা সামান্য ঘটনা এটিকে সজাই পৰাই চুটি গল্পৰ ৰূপ দিয়াত বেজবৰুৱা সিদ্ধ হস্ত। প্ৰকাশ ভঙ্গিমা আৰু ৰস-বৈচিত্ৰ্য বেজবৰুৱাৰ গল্পৰ বৈশিষ্ট্য। লোভ গল্পটো 'জোনবিৰি' পুথিৰ পৰা লোৱা হৈছে। 'সাধুকথাৰ কুকি,' 'সুৰভি' বেজবৰুৱাৰ অন্যতম গল্পৰ পুথি।]

গছত উঠি চৰাই বাহৰ পৰা চৰাই-পোৱালী পৰা, আম-কঠালৰ গছত উঠি আম-কঠাল পৰা আদি কাৰ্য্যৰ লগতে বৰশী বাই মাছ ধৰাটোও একালত মোৰ উৎসাহৰ কাম আছিল। আমাৰ পুখুৰীটোৱে মোৰ মনত জীৱ-হিংসা প্ৰবৃত্তিৰ উদ্ৰেক কাৰ্য্যত যে নথৈ সহায়তা কৰিছিল, এই কথা কোৱা বাহুল্য মাথোন। কাৰণ মাগুৰ, কাৱৈ, শ'ল, কান্ধুলি, শিঙৰা পুঠী আদি মাছক সি নিজৰ গৰ্ভত সাদৰেৰে এনেকৈ ঠাই দিছিল যে, সেইবোৰ দেখিলে মোৰ নিচিনা তামসিক প্ৰকৃতিৰ মানুহৰতো কথায়েই নাই, সাত্ত্বিক মানুহৰ স্বভাবো প্ৰলোভনৰ ডোলেৰে টান নাথাই নাথাকিছিল।

এদিন মই আমাৰ পুখুৰীত বৰশী বাই থাকোঁতে এবাহ পোনাৰে এটা শ'ল মাছ দেখিলোঁ। ৰঙচুৱা পোনাবাহ

একে ঠাইতে থুপ্ খাই এনেকৈ পানীৰ ওপৰলৈ উঠিছে আৰু তললৈ নামিছে যে, ঠিক যেন একঠা ৰঙা সৰিয়হ কিম্বা এক প্ৰকাৰে দীঘলীয়া হৈ পানীত সেইদৰে উঠা-নমা কৰি সাতুৰিব লাগিছে। হঠাৎ সিহঁতক দেখিলে কোনোৰ মনত খেলাব যেন এটা ফুলা পদুম ফুলৰ ভিতৰৰ চকাৰ চাৰিওফালৰ পাপৰিবোৰে চলিবৰ ক্ষমতা লভি সেইদৰে চলা-ফুৰা কৰিব লাগিছে। ক্ষন্তেকমান এক দৃষ্টিৰে চাই থাকি দেখিলোঁ যে



লক্ষ্মীনাথ বেজবৰুৱা

পোনাবাহৰ তলতে সন্তানবৎসল মাক শ'ল মাছটোৱে সতৰ্কভাৱে থাকি সিহঁতক ৰখি চলাই লৈ ফুৰিছে আৰু পোনাবোৰে মাতৃ-

স্নেহৰসত আপ্লুত হৈ আনন্দত নাচি নাচি ওপৰৰ পৰা তললৈ গৈ মাকৰ গুচৰ পাইছে আৰু চঞ্চল স্বভাৱৰ গুণে ততালিকে তলৰ পৰা নাচি নাচি ওপৰলৈ উঠিছে। সেই স্বৰ্গীয় দৃশ্য দেৱতাৰহে উপভোগ্য, লুভীয়া মানুহৰ নহয়;

নিমিষতে মোৰ হিংসাকুৰীয়া, লুভীয়া স্বভাৱ উত্তেজিত হৈ উঠিল; আৰু পিছ মুগুণি নিকৰুণভাৱে, বৰলৰ টোপেৰে গধুৰ বৰশীটো পোনাবাহৰ মাজত পেলাই দিলোঁ। নিমিষতে পোনাবাহৰ মাকে মোৰ দৰেই পিছ মুগুণি লোভত, সম্ভৱতঃ খঙত, টোপেসৈতে সেই বৰশীটো গিলি পেলালে। মই চিপ মাৰি দিলোঁ, আৰু তাৰ পিছতে সেই শ'ল মাছটোৱে অজলা আৰু আত্মৰক্ষাৰ নিমিত্তে অসমৰ্থ পোনাবাহক অনাথ কৰি মোৰ বৰশীত লাগি বামত পৰিল। মাছটোৱে কষ্টত আৰু মৃত্যুকাল উপস্থিত ভাবি চটফটাবলৈ ধৰিলে, আৰু মোৰ মনেও সেই দিনৰ পৰিশ্ৰম আৰু চেষ্টা সফল হোৱা দেখি উত্তেজিত হৈ উলাহত নাচিবলৈ ধৰিলোঁ। দীঘলীয়া কাম চমু কৰি থবৰ নিমিত্তে মই মাছটো ধৰি মাটিত ঠেকেচা মাৰি দিলোঁ। তাৰ পিছত—ক্ষন্তেকীয়া নিষ্ঠুৰ উত্তেজনাৰ পিছত পানীত থকা অনাথ শিশু পোনাবিলাকলৈ মোৰ চকু গ'ল। ভাল নালাগিল। পানীৰ পৰা মোৰ চকু তুলি আনি বামৰ মাছটোত দিলোঁ। দেখিলোঁ, মাছটোৱে মুখেৰে কাপ্ কাপ্ কৰিব লাগিছে। ধিনিক্-ধিমিক্ মাত্ৰ তাৰ ধাতু লৰিব লাগিছে। এই দুঃ দৃশ্যই মোৰ অন্তৰৰ নিভৃত্ চুক এটাত থকা কিবা এটা সচেতন

বস্তুৱে অলপ খোচা-বিন্ধা কৰা যেন পালোঁ। কিন্তু মই তাৰৈ বৰকৈ মন নিদি উলাহক সাৰথি কৰি লৈ মাছটো ঘৰলৈ লৈ আহিলো। সংসাৰৰ অলেখ কামৰ চিন্তাৰ চকোৱাই অলপ পৰৰ পিছতে সেই মাছ ধৰা বিষয়টো সেই দিনালৈ ঢাকি পেলালে। কিন্তু গধূলি আইয়ে যেতিয়া পুৱাৰ সেই শ'ল মাছ মূলা দি আঞ্জা ৰান্ধি মোক খাবলৈ দিছিল, মোৰ অন্তৰৰ সেই ঠাইত বেজিৰ ফুটনি বুজনকৈয়ে অনুভৱ কৰিছিলোঁ; গতিকে ৰুচিৰে সৈতে সেই আঞ্জা খাব নোৱাৰিলোঁ।

ৰাতি শুবলৈ বুলি শোৱাপাটীত পৰিলত অনাহূত অসংলগ্ন নানা ভাৱে খেলি-মেলি লগাই মোৰ মনটো অসুখীয়া কৰি পেলালে। তেনে অৱস্থাত মোৰ কেতিয়া টোপনি আহিল কব নোৱাৰোঁ। টোপনিত এইটো সামাজিক দেখিলোঁ— মোৰ শোৱাপাটীৰ চাৰিওফালে অসংখ্য কেচুৱা ল'ৰাই মোক বেঢ়ি কান্দিব লাগিছে। ইমানবোৰ কেচুৱা ল'ৰাই ক'ৰ পৰা কিয় আহি মোক বেঢ়ি কান্দিছে মই বুজিব নোৱাৰি মাত লগালোঁ, "বোপাইহঁত, মোৰ চিকুণিহঁত, তহঁত ক'ৰ পৰা আহিছ? তহঁতৰ কি হৈছে? কিয় কান্দিছ মোক কচোন?" মোৰ প্ৰশ্ন শুনি সিহঁতে সিহঁতৰ কণ কণ মুখবোৰেৰে মাত লগাই উত্তৰ দিলে,—"আমাক তই এতিয়া চিনিকে নোপোৱা হলি! আমি কিয় কান্দিছোঁ নজনাই হলি! নিষ্ঠুৰ! তই আমাৰ আইক কিয় বধ কৰিলি? তেওঁ তোৰ কি জগৰ লগাইছিল? তই আমাক মাউৰা কৰিলি কিয়? পাপীয়া! লুভীয়া!

ই আমাকো মাৰি পেলা। আমাকো মাৰি খাই পেলা। য়! তই আমাক মাৰি দেখোন আমাৰ দুখীয়া আইক এৰি ৰ পাৰিলিহেঁতেন। আমাকো তই আজি মাৰিব লাগিব, হলে আমি তোক নেৰোঁ। তোৰ হাতত মৰিবলৈ বুলি ক কৰিহে আমি আজি তোৰ গুৰিলৈ আহিছোঁহক। আমাক তিয়াই মাৰ, মাৰ, মাৰ; নামাৰিলে তোক আমি নেৰোঁ।"

হঠাৎ চাট্ ক্ৰৰে মোৰ টোপনি ভাগিল। মই খপ্ কৰে ঠি শোৱাপাটীতে বহিলোঁ। দুখ, শোক আৰু অনুতাপত াৰ হৃদয় দগ্ধ হ'ল। সেই অৱস্থাতে মই ভালেখিনি ৰ থাকি, পুবেৰুণ দি আহিলত পাটীৰ পৰা নামি গৈ, ঘৰৰ ানীপছাত আৰি থোৱা দাড়িৰে সৈতে বৰশীটো ডোখৰ- াখৰকৈ ভাঙি দলিয়াই পেলালোঁ; আৰু তেতিয়াই শপত লোঁ যে "মোৰ জীৱদ্দশাত মই আৰু বৰশীত হাত নিদিওঁ।"

—লক্ষ্মীনাথ বেজবৰুৱা

---

## কঠিন শব্দৰ অৰ্থঃ—

উদ্ৰেক (বি) = মনত ওপজা
সন্তান বৎসল (বিণ) = পুত্ৰ কন্যাক চেনেহ কৰা।
আপ্লুত (কৃদ, বিণ) = ভালকৈ বুৰা, নিমগ্ন হোৱা।
অনাহূত (কৃদ, বিণ.) = নিবিচৰা; অবাঞ্ছনীয়।

প্ৰশ্ন :— (১) "মোৰ জীৱদ্দশাত মই আৰু বৰশীত হাত নিদিওঁ"। উক্তিটি কাৰ? এনে সংকল্প কিয় কৰিব লগা হল?

# আহোমৰ বিষয়াসকল

[আজীৱন অসমীয়া সাহিত্য সেৱকসকলৰ ভিতৰত গোহাঁই বৰুৱা অন্যতম। অসমীয়া সাহিত্যক তেখেতে সকলো পিনৰ পৰা সমৃদ্ধিশালী কৰি থৈ গৈছে। পঢ়াশলীয়া পুথি, নাট সাহিত্য, কাব্য, উপন্যাস, ভক্তি গ্রন্থ—সকলো সময়োপযোগী ভাবে গোহাঁই বৰুৱাৰ কাপৰ পৰা ওলাইছিল। তলৰ অংশটি তেখেতৰ 'অসমৰ বুৰঞ্জী'ৰ পৰা উদ্ধৃত।]

অসম ৰাজ্য সুশৃঙ্খলাকৈ শাসন কৰিবৰ অৰ্থে আহোমৰ সুগঠিত শাসন-প্ৰণালী নিবন্ধিত আছিল। শাসনৰ ঘাই ক্ষমতা ৰজাৰ হাতত; কিন্তু ৰজাক বুঢ়াগোহাঁই, বৰ-গোহাঁই আৰু বৰপাত্ৰগোহাঁই এই তিনিজনা গোহাঁই-ডাঙৰীয়া ঘাই ৰাজমন্ত্ৰীয়ে, বৰফুকন আৰু বৰবৰুৱা এই দুজন পালি-মন্ত্ৰীৰে সৈতে ৰাজকাৰ্য্য পৰ্য্যালোচনাত মন্ত্ৰণা দিয়াৰ নীতি-নিয়ম প্ৰচলিত আছিল। সকলো লাগতিয়াল কথাত ঘাই মন্ত্ৰী তিনিজনাৰে সৈতে ৰজাই পৰামৰ্শ কৰিব লাগে; আৰু ইবিলাকৰ সম্মতি নোলোৱাকৈ ৰজাই যুদ্ধ বিগ্ৰহাদিও চলাব নোৱাৰে। এই তিনিজনা ডাঙৰীয়া একমত হলে, সিবিলাকে ৰজাকো ভাঙিব আৰু পাতিব পাৰিছিল। চৰাৰ চাৰিজন মন্ত্ৰীত বাজেও, শদিয়াত শদিয়াখোৱা গোহাঁই,

মৰঙিত মৰঙিখোৱা গোহাঁই, কলিয়াবৰত সলাল গোহাঁই, জাগীত জাগিয়াল গোহাঁই, গুৱাহাটীত বৰফুকন, আৰু দাঁতি-কাষৰত বাৰজনা ৰাজখোৱা উপাধিধাৰী আহোম ৰাজকৰ্ম্মচাৰীয়ে আহোম মহাৰাজৰ প্ৰতিনিধি স্বৰূপে শাসনৰ ভাৰ পাইছিল। এই সকল বিষয়াত বাজেও ৰাজকাৰ্য্যৰ ভাগ অনুসৰি, ভাগে



মহাৰাজ শিৱসিংহ

ভাগে বৰুৱা, ফুকন, বৰা, শইকীয়া, হাজৰিকা, কাকতী, কটকী আদি বিষয়া আৰু ৰাজ-কৰ্ম্মচাৰী আছিল। সিবিলাকৰ তালিকা চমুকৈ তলত দিয়া হৈছে। আহোম ৰজাৰ বিচাৰ-প্ৰণালী

ৰৰ পকা আৰু কট্‌কটীয়া আছিল। বিচাৰকে বাদী. বিবাদী আৰু সাক্ষীৰ 'জবানবন্দি' লিখি লোৱাৰ নিয়ম চলিছিল। প্ৰাণদণ্ড বিহিবৰ ক্ষমতা কেৱল ৰজা আৰু ঘাই মন্ত্ৰীৰ হাতত ৰখা হৈছিল। আহোম ৰজাসকলৰ দিনত হোৱা বুলি যি উগ্ৰ দণ্ডৰ কথা এতিয়া অতিৰঞ্জিতকৈ বৰ্ণোৱা শুনা যায়, প্ৰকৃততে সি তেনেকুৱা নাছিল। আহোম ৰাজত্বৰ শেহছোৱাত যেতিয়াৰ পৰা দেশত বিদ্ৰোহাদিৰ উৎপাত হ'বলৈ ধৰিলে, তেতিয়াৰ পৰাহে উগ্ৰ শাস্তি দিয়াৰ নিয়ম চলিবলৈ ধৰে। মুঠতে কবলৈ গ'লে, আহোম ৰজাসকলৰ ৰাজত্বৰ কালত এই দেশত কোনো দুখ কষ্ট নাছিল, আৰু শেহছোৱাত যেনে অন্যায়, অধৰম অত্যাচাৰ আদি হৈছিল, সেইবোৰ আগেয়ে একোৱেই নাছিল। প্ৰজাসকলে মাটি-বাৰীৰ ৰাজহৰ সলনি সত্ততে ৰজাঘৰত খাটি দিয়াৰ নিয়ম চলিছিল; ৰজায়ো প্ৰজাৰ দুখ-অভাৱ গুচাবৰ কাৰণে যি যি কৰিব লাগে, সকলো কৰিছিল। ৰাজকৰ্ম্মচাৰী বা বিষয়াসকলেও ৰজাঘৰৰ পৰা অৰ্থ-কড়িৰে সৈতে বন্ধাবানচ্‌ নাপাইছিল; তাৰ সলনি সিবিলাকে পাইক বা সিবিলাকক আৰ্জ্জি খুৱাবলৈ এবিধ প্ৰজা পোৱাৰ নিয়ম চলিছিল। ৰজা আৰু বিষয়াৰ ঘৰত বৈ দিব লগীয়া প্ৰজা শ্ৰেণীক কাঁড়ী বা পাইক বোলা হৈছিল। সেই পাইকৰ চাৰিটাই এক গোট বুলি লেখ হৈছিল; আৰু এটাক গুটীয়াকৈ এপোৱাৰ লেখত ধৰা হৈছিল। প্ৰতি কুৰি গোটৰ ওপৰত এজন 'বৰা', পাঁচজন বৰাৰ ওপৰত এজন 'শইকীয়া',

দহজন শইকীয়াৰ ওপৰত এজন 'হাজৰিকীয়া' ; দহজন টেকেলাৰ ওপৰত এজন টেকেলা-বৰা' ; এই নিয়মে পাইক চলোৱা কৰ্ম্মচাৰী আছিল । পাইক বা কাঁড়ী শ্ৰেণীৰ পৰা চমুৱালৈ উঠিব লাগে ; তাৰ পৰাহে কোনো উপযুক্ত লোক যোগ্যতাৰ ফেৰত বিষয়ালৈ উঠিব পাৰিছিল ।

ডাঙৰীয়াসকলৰ ৰজাঘৰৰ পৰা সুকীয়া আহিলা-পাতি দি, গতি-বিধিৰ নিয়ম-নিৰ্ব্বন্ধ কৰি দিয়া হৈছিল । সেই-সকলে ৰাজকীয় মৰ্য্যাদা অনুসৰি হে নিৰ্দ্ধাৰিত আহিলা-পাতি ব্যৱহাৰ কৰিবলৈ পাইছিল । চাল-চলনতো ৰাজকীয় নীতি-নিয়ম পালন কৰি চলিবলৈ সিবিলাক বাধ্য আছিল । বুঢ়াগোহাঁই বৰগোহাঁই আৰু বৰপাত্ৰগোহাঁই এই তিনিজনা ডাঙৰীয়াৰ সমান মৰ্য্যাদা । গতিকে, সিবিলাক তিনিও কেঁকোৰা-দোলা, সোণৰ চুলাৰে পানী-জাপি, পাখি-বিছনি, কেপ্‌কৰা তলিচা ইত্যাদি আহিলা-পাতি সমানে ব্যৱহাৰ কৰিবলৈ পাইছিল । চাল-চলনতো তেনেকুৱা নিয়ম-নিৰ্ব্বন্ধ আছিল । ডাঙৰীয়াসকল বাহিৰলৈ ওলালে, আগত বিলতীয়া গায়নে গাই যায় কালিয়াই কালি মাৰি যাব লাগে, ৰঙা চুলিৰে বৰছি আৰু চুলি-লগা দাৰে লগত পালি যাবৰ নিয়ম আছিল । বাটত ৰজাৰে সৈতে ভেটা-ভেটি হবৰ সময়ত, স্বৰ্গদেৱ যি বাহনত আছে, তেনে বাহনত উঠি ডাঙৰীয়াসকলে বাৰেঁদি দেখা দি যাব লাগে । ৰজাৰ চ'ৰাত মেল সুধিবলৈ বা ৰাজকীয় কাৰ্য্যত ৰজাৰ বৰচ'ৰালৈ যাব-লগীয়া হলে, স্বৰ্গদেৱে কটকীৰ মুখে

নিমন্ত্ৰণ পঠিয়াব লাগে; ৰজাৰ বিনা-অনুমতিৰে কোনো বৰুৱা ফুকন, ৰাজখোৱা আদি বিষয়াই ডাঙৰীয়াসকলৰ ঘৰলৈ যাব নোৱাৰে। দাঙিয়লীয়া গোহাঁই তিনিজনাৰ ভিতৰতো সেইদৰে সমান মৰ্য্যাদা। ইবিলাকৰো সুকীয়া আহিলা-পাতি আৰু চাল-চলনৰ গতি বিধি বন্ধা আছিল। পালি কেইজনাই ঘাই তিনিজনা গোহাঁই ডাঙৰীয়াৰে সৈতে ভেটা-ভেটি হ'লে, পালিয়ে ঘাইক বাট এৰি দিব লাগে। সেই দৰেই বৰবৰুৱা আৰু বৰফুকন এই দুজনাৰ মৰ্য্যাদা সমান। ইবিলাকৰো সুকীয়া আহিলা-পাতি, চাল-চলনৰ গতি-বিধি বন্ধা আছিল। এওঁ-বিলাকে ঘাই-ডাঙৰীয়াসকলৰে সৈতে ভেটা-ভেটি হ'লে, চাঙিৰ পৰা নামি দেখা দিব লাগে। ইত্যাদি নিয়মৰেই অন্যান্য বেলেগ-বেলেগ বিষয়াৰ বেলেগ বেলেগ মৰ্য্যাদা, সুকীয়া আহিলা-পাতি আৰু চাল-চলনৰ গতিবিধি সুন্দৰকৈ নিৰ্দ্ধাৰিত আছিল।

—পদ্মনাথ গোহাঁই বৰুৱা

---

## কঠিন শব্দৰ অৰ্থঃ—

বিলতীয়া = ৰাজমন্ত্ৰী সকলৰ বহতীয়া বা অনুগামী।

**প্ৰশ্ন ঃ—** (১) আহোম ৰজাৰ শাসন ব্যৱস্থা সম্পৰ্কে বহলাই আলোচনা কৰা।

(২) আহোম ৰজাৰ দিনত কোন কোন ৰাজ বিষয়াক 'ডাঙৰীয়া' খিতাপ দিয়া হৈছিল? তেওঁ লোকৰ মৰ্য্যাদা আৰু ক্ষমতাৰ বিষয়ে বিশদ আলোচনা কৰা।

# কাতি-বিহু

[ বিহু অসমীয়াৰ জাতীয় উৎসব। এই উৎসব সম্বন্ধে সাময়িক পত্ৰিকাত নানা প্ৰবন্ধ-পাতি প্ৰকাশ হলেও, থূল-মূল স্বৰূপে বিহু উৎসব সম্পৰ্কে আলোচনা কৰা পুথি মাত্ৰ হৈছে শিৱসাগৰৰ কোঁৱৰ-পুৰৰ ৺গণেশ চন্দ্ৰ হাজৰিকাৰ বিহু আৰু তাৰ প্ৰাকৃতিক চিত্ৰ। এই পুথি খৃঃ ১৯১৮ চনত প্ৰকাশ হৈছিল। ৺হাজৰিকাই এই পুথিত আটাইকেইটি বিহুকে কবিত্বপূৰ্ণ ভাবত বৰ্ণনা কৰিছে। ]

তেতিয়াৰ দৃশ্য অতি মনোৰম। নীল আকাশত ধবল মেঘ। ধবল মেঘ-মালাৰ অপৰূপ লীলা-খেলা। বৈ-বিলাৰ পানী নিৰ্ম্মল। হাবিৰ পছু পানীৰ মাছৰ মন নিৰ্ম্মল। বিমল শৰতৰ ৰাজ্যত সকলো নিৰ্ম্মল।— ধৈৰ্য্যশীলা ধৰণীৰ সুবিমল ক্ষেত্ৰৰ বুকুত ফল-পুষ্পধাৰী শস্যৰাশি লৈ যেতিয়া ধৰণীয়ে কৰ্ত্তব্য সুঁৱৰি সুঁৱৰি নিজৰ গতিত গতি কৰি অস্তমিত সূৰ্য্যৰ কালে কেৰাহিকৈ চাবলৈ ধৰে, যেতিয়া সেউজীয়া বৰণৰ নানা তৰহৰ কোমল শস্যৰাশিৰ গালত আলফুলকৈ সূৰ্য্যৰ পবিত্ৰ সোণালী ৰশ্মিয়ে চুমা খাবলৈ ধৰে, কবিয়ে ক্ষেত্ৰৰ মাজেদি বাট বুলি শ্যামল ক্ষেত্ৰৰ নদন বদন শস্য ৰাশিলৈ চকু ফুৰাওঁতে যেতিয়া শস্যাধিপতি সু-লক্ষণা লক্ষ্মী দেবীয়ে অপৰূপ মূৰ্ত্তি ধাৰণ কৰি শস্যৰাশিৰ

মাজত আধিপত্য স্থাপন কৰি নিজৰ গাম্ভীৰ্য্যপূৰ্ণ বদন প্ৰকাশ কৰা দেখে, যেতিয়া দলবদ্ধ পক্ষী নিজ নিজ ঠাইলৈ মনৰ হৰিষে সুললিত ভাষাৰে কোৱা-মেলা কৰি শস্যৰাশিৰ ওপৰেদি উৰি যায় আৰু নিশাচৰ পক্ষীবিলাকে দূৰৈৰ পৰা চেগ বুজি লা-নি নিছিগাকৈ মানুহৰ বাৰীৰ ফাললৈ শস্যৰ ওপৰেদি উৰি আহে, তেতিয়া দূৰৰ ডবা-শঙ্খৰ গহীন মাতে সকলোটিকে বিদায় দি সন্ধ্যাদেবীৰ আৰতিৰ আড়ম্বৰ কৰে। এই আড়ম্বৰৰ আমোলৰ ঢাকনি সেই কৌতুহল দৃশ্যৰ লীলাৰ গাত পৰি নিচিনা-নজনা আন দৃশ্য আহি উপস্থিত হয়। তেতিয়া নীলাকাশৰ পৰা চন্দ্ৰমাই পৃথিবীৰ সকলো বস্তুৰ ওপৰত বিমল কিৰণ ঢালি বিলৰ মাজত থকা ভেটফুল এপাহিৰ লগত নীৰৱে ধেমালি কৰাত মগ্ন হৈ থাকোঁতে ই-পিনে ক্ষেত্ৰৰ মাজত থকা সেই প্ৰশান্ত মূৰ্ত্তিৰ যিজনা দেৱী, তেওঁ শ্যামল শস্যৰাশিৰ মাজে মাজে অকলশৰে ফুৰা সেই কবি মূৰ্ত্তিৰ লগত নীৰৱে সম্মিলিত হৈ প্ৰেম-ভক্তি আশ্বাসৰ গীতৰ ৰাগিনী মুকলি সুৰেৰে গাবলৈ ধৰাত তাৰ ঝঙ্কাৰৰ প্ৰতিধ্বনি দশোদিশে বিয়পি জগতক মুগ্ধ কৰে। সেই গানৰ কোমল সুৰত মুগ্ধ হৈ উজ্জ্বল চন্দ্ৰৰ ৰশ্মিয়ে পৃথিবীক গ্ৰাস কৰে। জগৎ তেতিয়া ক্ষন্তেকলৈ নীৰৱ আৰু নিশ্চল। আনন্দৰ কোলাহলে সেই নীৰৱতা ভেদ কৰাত কৰ্ম্ম জগৎ আকৌ আনন্দময়। ভোমোৰাই পদুমচাকৰ ওপৰে ওপৰে ফুৰি ৰস কাঢ়ি ফুৰিছে। মৌ-মাখিয়ে অতি হাবিয়াসেৰে মৌ-চাক

সজাত ব্যস্ত হৈছে। কবিবৰ ভট্টিয়ে কবৰ দৰে " শ্ৰীঃ ৰাজতে সৰ্ব্বত্ৰ "। য'তে বেচি আনন্দ, তাতে কোনো এটা বস্তুৰ অভাৱ। সেইদেখিহে হবলা আমাৰ দূৰদৰ্শী বয়োবৃদ্ধ পূজ্য-সকলে কোৱাৰ দৰে কাতি-বিহু কঙালী অৱস্থাত পৰিণত হবলৈ পায়। আনন্দৰ ঘোৰ আমোদত সেই দেখি এটি বস্তুৰ অভাৱ হৈ পৰে। জগতৰ কোনো বস্তুৱে সম্পূৰ্ণতা লাভ কৰিব নোৱাৰে। অসম্পূৰ্ণতাৰ পৰাই সংসাৰত জীৱন-যুদ্ধৰ সূত্ৰপাত। সি যিকি নহওক, কাতি-বিহু কঙালী বুলি কোৱাৰ মানেই এই সংক্ৰান্তিৰ সময়ত খেতি কৰা বস্তু খাবলৈ নোপোৱাক বুজায়। আগ বছৰৰ খেতিৰ যি বাদ বাকী থাকে, সিও বৰ বেচি নহয়। গতিকে সৰহ ভাগ খেতিয়কে নাম মাত্ৰ সংক্ৰান্তি পালন কৰি দেশৰ ৰীতি ৰক্ষা কৰি থয়। সেইদিনা তুলসী পুলি নতুনকৈ রুই ভালকৈ লিপি-পুচি গধূলি পৰত যথা নিয়মে তুলসী গছৰ তলত বন্তি জলাই মাহ চাউলৰ প্ৰসাদ আগবঢ়ায় আৰু গাঁৱৰ গৰখীয়া সৰু সৰু লৰাইঁতে নিজ নিজ খেলৰ প্ৰত্যেক গৃহস্থৰ ঘৰলৈ গৈ তুলসীৰ ওচৰত সকলোটি বহি "তুলসীৰ তলে ভ্ৰমৰ গুঞ্জৰে। ঐ ৰাম গোসাঁইৰ মূৰে ছাটি ধৰে।" "কাৰ ঘৰে লগাই বাঁতি। গোসাঁই পাৰে দিনে ৰাত " "কানাই গল ফুলে পাৰিবলৈ হাততে হাঁকুটি লৈ এ" ইত্যাদি নাম প্ৰসঙ্গ কৰি সেই প্ৰসাদৰ ভাগ লৈ আঁজলিয়ে আঁজলিয়ে গৃহস্থক আশীৰ্ব্বাদ দি গৃহস্থৰ মনত অপাৰ আনন্দ দিয়ে। পালি

ল'ৰাৰিলাকে হাত চাপৰি বজাই নাম প্ৰসঙ্গ কৰে। এই গ'ল কাতি-বিহুৰ আভাস-চিত্ৰ।

শাৰদীয় অলৌকিক অভিনয় শেষ হৈছে মাথোন, এনেতে ঘোৰ অৰণ্যৰ মাজত হেমন্ত আহি উপস্থিত! সেই সুযোগতে প্ৰকৃতিয়ে নিজৰ ভিঙিত মুকুতাৰ মালা পিন্ধি নীৰবে নিজৰ মুখ নিজে চাই কিবা এটি শুনি বিভোল হৈ থাকোঁতে ইপিনে কৰ্ম্মী সমাজে প্ৰকৃতিক জয় কৰিবৰ ইচ্ছাৰে ক্ষেত্ৰৰ বুকুৰ পৰা শস্যৰাশি ছেদ কৰি নিজ নিজ ঘৰলৈ কঢ়িয়াই নিয়াত ব্যস্ত হৈছে। লাহে লাহে শস্যৰাশি ক্ষেত্ৰৰ পৰা অদৃশ্য হবলৈ ধৰিছে। ক্ষেত্ৰৰ বুকুত কৰ্ম্মী সমাজ, শূন্যত পক্ষীৰ নাচ-গান দিঅগুলৰ মাজত কবিৰ ভৈৰব মূৰ্ত্তি।

—গণেশ চন্দ্ৰ হাজৰিকা

---

## কঠিন শব্দৰ অৰ্থ:—

ধৱল = বগা

অস্তমিত = মাৰ যোৱা

আলফুলকৈ = দুখ নোপোৱাকৈ, আলসুৱাকৈ।

**প্ৰশ্ন:**— (১) কাতি-বিহুক কিয় "কঙালী" বিহু কোৱা হয় বিচাৰ কৰা।

(২) "অসম্পূৰ্ণতাৰ পৰাই সংসাৰত জীৱন-যুদ্ধৰ সূত্ৰপাত।" ব্যাখ্যা কৰা।

# হেম তৰ্পণ

[ মহাত্মাৰ নেতৃত্বত ভাৰতৰ স্বাধীন সংগ্ৰামত যি সকলে আগ বাঢ়ি খোজ দিছিল, তেওঁলোকৰ ভিতৰত শ্ৰীযুত বিজয় চন্দ্ৰ ভাগৱতী অগ্ৰণী। জাতীয় যুদ্ধৰ এজন যোদ্ধাই অগ্ৰজপ্ৰতিম সঙ্গীক কি দৰে সন্মান আৰু গ্ৰহণ কৰিছিল—হেম তৰ্পণত তাৰে সশ্ৰদ্ধ পৰিচয় আছে। এই প্ৰবন্ধত ত্যাগবীৰ হেম বৰুৱাৰ চৰিত্ৰ আৰু আদৰ্শ মূৰ্ত্তিমান হৈ উঠিছে। লিখকৰ বৰ্ণনা ভঙ্গীয়ে বৰ্ণিত চৰিত্ৰৰ প্ৰতি পাঠকৰ শ্ৰদ্ধা আৰু সহানুভূতিৰ উদ্ৰেক কৰিবলৈ সক্ষম হৈছে। ]

হেম বৰুৱা এজন ব্যক্তি বিশেষ মাথোন নহয়; তেওঁ এটা প্ৰতিষ্ঠান। সমগ্ৰ জাতিয়েই তেওঁৰ পৰিয়াল। গোটেইখন দেশেই তেওঁৰ ঘৰ। কংগ্ৰেচ আৰু হেম বৰুৱা আছিল অভিন্ন। কংগ্ৰেচ অনুষ্ঠানৰ বাহিৰে তেখেতে ব্যক্তিগত জীৱনৰ কোনো অস্তিত্বই নেৰাখিছিল। দেশৰ স্বাধীনতা আৰু জনসাধাৰণৰ কল্যাণৰ বাহিৰে তেখেতৰ জীৱনত কোনো আশা-আকাঙ্খা নাছিল। তেখেতে তেখেতৰ জীৱনৰ প্ৰতিটো মুহূৰ্ত্ত একমাত্ৰ দেশৰ কামত লগাইছিল; অবিচলিত নিষ্ঠা আৰু ঐকান্তিক প্ৰেমেৰে তেখেতে দেশবাসীৰ— নিপীড়িত বিশ্ব মানৱৰ সেৱা কৰিছিল। তেখেতৰ সকলো চিন্তা-ভাৱনা

কেৱল এই এক মাত্ৰ প্ৰশ্নকে কেন্দ্ৰ কৰি ঘূৰিছিল। সেইটো হৈছে ভাৰতৰ স্বাধীনতাৰ প্ৰশ্ন—ভাৰতীয় ৰাইজৰ দৰিদ্ৰতা মোচনৰ প্ৰশ্ন।



হেম বৰুৱা

হেম বৰুৱা আছিল এজন বিপ্লবী। পৃথিবীৰ পুৰণি শৃঙ্খলা, পুৰণি ৰাষ্ট্ৰ আৰু সমাজ-ব্যৱস্থা ভাঙি চুৰমাৰ কৰি নতুন শৃঙ্খলাৰ ন সমাজ, নতুন ৰাষ্ট্ৰ, নতুন পৃথিবী গঢ়ি তোলাৰ কথাই তেখেতে সদায় ভাবিছিল। বৃটিচ সাম্ৰাজ্যবাদৰ বিৰুদ্ধে তেখেতৰ প্ৰতিডাল শিৰা-উপশিৰা বিদ্ৰোহী হৈ

উঠিছিল। খৃঃ ১৯৩২ চনৰ গন আন্দোলনত তেওঁৰ বিপ্লবী মন নাচি উঠিছিল। আন্দোলনৰ সাফল্য সম্পৰ্কে প্ৰশ্ন কৰিলত তেখেতে কৈছিল :—"আন্দোলনেই আন্দোলনৰ সাফল্য। ই জাতিক স্বাধীনতাৰ চৰম্ যুদ্ধৰ কাৰণে শিক্ষা, শক্তি আৰু একাগ্ৰতা দিছে—তৈয়াৰ কৰিছে।"

আন্দোলনত নমাৰ আগতে বৰুৱাদেৱে আগ পিচ বহুতো ভাবিছিল; কিন্তু এবাৰ যেতিয়া নামিল, তেতিয়া তাৰ সফলতাৰ কাৰণে তেখেতে জুৱাৰীৰ দৰে সকলো পণ কৰিলে। তেখেতে সেই কাৰণে জীৱনত ঘৰ-দুৱাৰকে নেসাজিলে। তেখেতৰ বন্ধু অমিয় দাসে কেতিয়াবা ঘৰ সজাৰ কথা কলে, হেম বৰুৱাই, অমনোনীত পৃথিবীৰ সকলো তাচ্ছিল্য কৰি উৰাই দিয়া তেখেতৰ সেই বিশেষ ভঙ্গীৰে, হাঁহিটো মাৰি কৈছিল, 'কি হব এইবিলাক কৰি।'

"স্বাধীনতা যুঁজৰ সৈনিক" এইটোতকৈ পৰাধীন দেশত ডাঙৰ উপাধি—গৌৰৱৰ পদ একো নাই। হেম বৰুৱাতকৈ এই উপাধিৰ যোগ্য অধিকাৰী নাই। তেখেত ভাৰতৰ স্বাধীনতা যুদ্ধৰ এজন সৰ্ব্বপ্ৰধান সৈনিক। এয়ে তেখেতৰ শ্ৰেষ্ঠ পৰিচয়।

হেম বৰুৱাই এই বিশ্বাসৰ ওপৰত তেখেতৰ জীৱন নিয়ন্ত্ৰণ কৰিছিল যে ভাৰতৰ স্বাধীনতাৰ প্ৰশ্নই আজিৰ ভাৰতৰ একমাত্ৰ প্ৰশ্ন। পৰাধীন ভাৰতীয়ৰ জীৱনত আন কোনো অভিৰুচি, আন কোনো লক্ষ্য থাকিব নোৱাৰে; পৰাধীন

ভাৰতত মান-যশ, ঐশ্বৰ্য্য-বিভূতি, ঘৰ-সংসাৰ এইবিলাক একোৰে কোনো অৰ্থ নাই। তেখেতে বিশ্বাস কৰিছিল যে কংগ্ৰেচৰ নেতৃত্বত স্বাধীনতাৰ যুঁজত ভাৰতবৰ্ষ বহুত দূৰ বাট আগ বাঢ়িছে আৰু এই বাটেদি গৈয়েই সোনকালে স্বাধীন হ'ব।

স্বাধীন ভাৰতবৰ্ষখন নতুনকৈ গঢ়ি তোলা সম্পৰ্কে তেখেতৰ সুচিন্তিত মত আছিল। তেখেতে বিজ্ঞানসম্মত জাতীয় পৰিকল্পনাৰ কথা ভাবিছিল। সমাজবাদৰ অৰ্থনৈতিক পৰিকল্পনাৰ ওপৰত তেখেতৰ পূৰা বিশ্বাস আছিল।

বৰুৱাদেৱে জীৱনৰ সকলো প্ৰশ্ন বিজ্ঞানৰ দৃষ্টিকোণৰ পৰা বিচাৰ কৰিছিল। যুক্তি-তৰ্কৰে প্ৰতিটো বিষয় তেখেতে ফঁহিয়াই চাইছিল। কোনো সংস্কাৰৰ তেখেত বশ নাছিল। পুৰণি বা চিৰাচৰিত বুলিয়েই অৰ্থবিহীন কোনো প্ৰথাই তেখেতৰ ওপৰত প্ৰভাৱ কৰিব নোৱাৰিছিল। বিখ্যাত গ্ৰন্থ, শাস্ত্ৰ, শক্তিশালী নেতা বা মহাপুৰুষৰ কথা হলেও, যুক্তি বিচাৰেৰে জুখি-মাখি নিজৰ মনত গ্ৰহণ কৰিব নোৱৰাকৈকে চকু মুদি সেই বাটেদি যাবলৈ তেখেতে অস্বীকাৰ কৰিছিল। তেখেতৰ মনটো আছিল সদায় মুক্ত, স্বাধীন, ভয়-শূন্য, দ্বিধা-শূন্য।

হেম বৰুৱাৰ ছাত্ৰ জীৱন স্কুল কলেজত শেষ হোৱা নাছিল। পঢ়াশুনাত সদায়েই তেখেতৰ এটা বিশেষ অনুৰাগ আছিল। পৃথিবীৰ বিখ্যাত লিখকসকলৰ ৰচা-ৰচা কিতাপে তেখেতৰ লাইব্ৰেৰি শোভা কৰিছিল। যেতিয়া যি টকা

তেখেতে পাইছিল, তাৰে তেখেতে নতুন নতুনকৈ ওলোৱা কিতাপ কিনিছিল। কিতাপ যে অকল তেখেতে পঢ়িছিলেই এনে নহয়, হজমো কৰিছিল। যিটো বিষয় হাতত লৈছিল, সেইটো বিষয় তেওঁ পঢ়ি-শুনি, খৰচি মাৰি বুজি লৈছিল। ইতিহাস আৰু অৰ্থনৈতিক বিজ্ঞানৰ ওপৰত তেখেতৰ বিশেষ হাত আছিল। সংখ্যা আৰু ঘটনাবিলাক তেখেতৰ আঙুলীৰ মূৰত আছিল। চৰকাৰী ৰিপোৰ্ট আৰু গেজেট আদি নিয়ম মতে পঢ়ি-মেলি তেখেত আছিল সদায় সুসজ্জিত; যেতিয়া ৰাজনৈতিক প্ৰতিদ্বন্দ্বিতা হয়, তেতিয়া হেম বৰুৱাই তেখেতৰ অফুৰন্ত ভঁড়ালৰ পৰা আৱশ্যকীয় সকলো খবৰ বা তথ্য যোগাব পাৰিছিল।

হেম বৰুৱা এজন অকৃত্ৰিম ছাত্ৰ-বন্ধু। অসমৰ কোনজন ছাত্ৰ বা ছাত্ৰীয়ে কেতিয়া বিশ্ববিদ্যালয়ত কি বিষয়ত কৃতিত্ব দেখুৱাইছে, হেম বৰুৱাই সেই সকলো খবৰ ৰাখিছিল; দিহা-পৰামৰ্শ দি সহায় কৰিছিল। জাতিৰ উত্তৰাধিকাৰী ছাত্ৰ-ছাত্ৰীসকলৰ সাফল্য, প্ৰতিভা আৰু দুৰ্ব্বলতাৰ ওপৰত গভীৰ সহানুভূতিৰে তেখেতে চোকা দৃষ্টি ৰাখিছিল। তেখেতে অন্তৰৰ পৰা অনুভৱ কৰিছিল যে ল'ৰা-ছোৱালীবিলাক মাক-বাপেকৰ আচুতীয়া সম্পত্তি নহয়, তেওঁলোক জাতিৰ উমৈ-হতীয়া সম্পদ। দেশৰ এটা ল'ৰা বা এজনী ছোৱালীক যদি বেয়া হয়, তেন্তে তাৰ পৰা জাতিৰ ক্ষতি। সেই কাৰণেই ল'ৰা-ছোৱালীৰ ভাগ্য মাক বাপেক বা পৰিয়ালৰ খাম-খেয়ালিৰ

ওপৰত এৰি দি নিশ্চিন্ত থকাৰ তেখেত বিৰোধী আছিল।

মানুহ চিনাত হেম বৰুৱাৰ কিবা এটা স্বাভাৱিক ক্ষমতা আছিল। তেখেত মনোবিজ্ঞানৰ এজন মনোযোগী ছাত্ৰ আছিল। কিতাপ লৈ তেখেতে মনোবিজ্ঞানৰ চৰ্চা কৰা নাছিল। মানুহ আছিল তেখেতৰ অধ্যয়নৰ বস্তু। মানুহৰ দুৰ্ব্বলতা আৰু সবলতা তেখেতে জুখি চাইছিল। অকল ভালটো চায়েই সন্তুষ্ট নেথাকি, মানুহৰ দুৰ্ব্বলতাৰ ওপৰত চকু দিয়াৰ কাৰণে বন্ধুসকলে তেখেতক মাজে মাজে দোষো দিছিল, নিৰাশাবাদী বুলি কৈছিল। কিন্তু যিজন মানুহৰ সম্পৰ্কে তেখেতে যি মন্তব্য কৰিছিল, সময়ত সি আখৰে আখৰে সচা প্ৰমাণ হৈছে। কোনজন মানুহ কেনে, ৰাজনীতি ক্ষেত্ৰত এই কথা বহুত সময়ত প্ৰয়োজন হয়। ৰাজনৈতিক নেতাসকলে বৰ অলপ সময়ৰ ভিতৰতে মানুহ চিনি যিজন যি কামৰ উপযুক্ত, তেওঁক সেই কামৰ ভাৰ দিব পাৰিব লাগে। সেয়ে নহলে অযোগ্য বা অবিশ্বাসী জনক কামৰ ভাৰ দিয়াৰ ফলত দেশৰ গুৰুতৰ ক্ষতি হবলৈ আছে। ৰাজনৈতিক নেতাৰ এই প্ৰয়োজনীয় গুণটো হেম বৰুৱাৰ এটা বিশেষত্ব।

কবি-গুৰু ৰবি ঠাকুৰে লিখিছে যে বাগ্মিতা কবিতাৰ ভিতৰত পৰে। হেম বৰুৱাৰ বাগ্মিতা কবি-প্ৰতিভা। তেওঁৰ প্ৰতিটো শব্দত প্ৰাণৰ স্পন্দন হয়। তেখেতৰ বক্তৃতাই এটা জীৱন্ত মূৰ্ত্তি ধাৰণ কৰি শুনোতাৰ অন্তৰত হিল্লোল সৃষ্টি কৰে।

অসমীয়া সাহিত্য-ভঁড়াললৈ হেম বৰুৱাৰ অৱদান সংখ্যাত তাকৰ হলেও, ওজন বা মূল্যত অলপো কম নহয়। অসমীয়া ৰাজনৈতিক সাহিত্যত তেখেত এজন আগৰণুৱা লিখক। “বাঁহী” “অসমীয়া”, “অসম সেৱক”ৰ তেখেতৰ প্ৰৱন্ধাৱলী অসমীয়া সাহিত্যত যুগমীয়া হৈ থাকিব।

হেম বৰুৱা এজন সহৃদয় বন্ধু আৰু অমায়িক ভদ্ৰ-লোক। সদায় তেখেতৰ মুখত হাঁহিটো আছেই। তেখেতক যি দেখিছে, তেওঁ সেই হাঁহিটো পাহৰিব নোৱাৰে। অন্তৰৰ সৰলতা হাঁহিটোত ফুটি ওলাইছিল। তেখেতৰ কথা কোৱাৰ চেও আছিল বৰ সুন্দৰ। আলাপ-আলোচনা তেখেতে ৰসাল কৰি তুলিব পাৰিছিল। কথাৰে তেখেতে বিপক্ষক নিৰস্ত্ৰ কৰিছিল আৰু লগৰীয়াসকলক আনন্দ দিছিল। নিৰাশা বা দুৰ্ব্বলতাই যেতিয়া কোনো কৰ্ম্মীৰ মনত অৱসাদ আনি দিছিল, তেতিয়া হেম বৰুৱাৰ একেষাৰ তেজোদীপ্ত উৎসাহ বাণীয়েই সেই ভাব দূৰ কৰাৰ কাৰণে যথেষ্ট আছিল। তেখেতৰ দ্বিধা সঙ্কোচ-বিহীন প্ৰতি আষাৰ কথাই বিশ্বাস আৰু আশাৰ ভাৱ সৃষ্টি কৰিছিল।

হেম বৰুৱাৰ কাম, কথা আৰু লিখাত সূক্ষ্ম পৰ্য্যা-লোচনা শক্তিৰ পৰিচয় পোৱা যায়। বিপ্লবী যদিও তেখেত কল্পনা-বিলাসী আদৰ্শবাদী নাছিল। তেখেত আছিল বাস্তৱবাদী। তেখেত বিপ্লবী আছিল। কিয়নো, বৰ্ত্তমান বিশ্বৰ তথা ভাৰতৰ আটাইতকৈ ডাঙৰ প্ৰয়োজন হৈছে সমাজ-ৰাষ্ট্ৰৰ আমূল

পৰিবৰ্ত্তন আৰু তাৰ কাৰণ বিপ্লৱেই হৈছে বাস্তৱ কথা।

খৃঃ ১৯২১ চনৰে পৰা কংগ্ৰেচ, ৰাজনীতি, আৰু ভাৰতৰ স্বাধীনতা যুদ্ধৰ ইতিহাসৰ প্ৰতিটো ঘটনাৰ লগত হেম বৰুৱাৰ ঘনিষ্ঠ সম্পৰ্ক আছিল আৰু দৰাচলতে তাৰে আলোচনাই হৈছে বৰুৱাদেৱৰ জীৱনী। এইচোৱা কালৰ ভাৰত বুৰঞ্জীৰ প্ৰতিটো পাতত সোণৰ আখৰেৰে লিখা তেখেতৰ নাম উজ্জ্বল হৈ থাকিব।

হেম বৰুৱা আছিল 'আজীৱন কুমাৰ। তেখেতে বিয়া কৰোৱা নাছিল। সংসাৰ বিৰাগী স্বভাৱৰ কাৰণে তেখেতৰ ঘৰ নপতাটো নহয়। তেখেতে পুৰুষ আৰু নাৰীৰ সকলো বিষয়তে সমান অধিকাৰৰ পক্ষপাতী আছিল। তেখেতে যে ঘৰ নাপাতিলে, তাৰ একমাত্ৰ হেতু হৈছে স্বাধীনতা যুদ্ধত তেখেতৰ একলব্য-সাধনা। বৰুৱাদেৱে নাৰীক সদায় সম্মানৰ চকুৰে চাইছিল। বহল আৰু উদাৰ দৃষ্টিকোণৰ পৰা, গভীৰ সহানুভূতিৰে আমাৰ দেশৰ নাৰীৰ সমস্যাবিলাক আৰু তাৰ সমাধানৰ কথা তেখেতে চিন্তা কৰিছিল।

হেম বৰুৱা ঢুকাল। কিন্তু তেখেতৰ কাৰ্য্যাৱলী, তেখেতৰ আদৰ্শ জীৱন্ত হৈ আছে। হেম বৰুৱা এটা আদৰ্শৰ প্ৰতীক। সেই আদৰ্শৰ মৃত্যু নাই। জাতিক সদায় প্ৰেৰণা দিব। বৰুৱাদেৱৰ স্মৃতি জাতিৰ আপুৰুগীয়া সম্পদ। তেখেতৰ নেতৃত্বত, তেখেতৰ স্মৃতি বুকুত বান্ধি লৈ জাতি খোজত খোজে আগ বাঢ়িব।

ৰাজনীতি, সাহিত্য আদিত তেখেতে যি দি গ'ল, সমগ্র জাতিয়ে উত্তৰাধিকাৰী সূত্রে পোৱা সি অমূল্য সম্পদ। তেখেতে ত্যাগ আৰু দেশ-সেৱাৰ যি আদর্শ ৰাখি গ'ল, সেই আদর্শৰ প্রেৰণাত, জীৱনত তেখেতৰ যি ব্রত আছিল আৰু যি উদ্দেশ্যে তেখেতে প্রাণ দিলে, সেই উদ্দেশ্য সাধনাত একাগ্রভাৱে, সঙ্ঘবদ্ধভাবে ব্রতী হবলৈ জাতিয়ে অন্তৰাত্মাত সংকল্প গ্রহণ কৰক।

হেম দাদাৰ পৱিত্র স্মৃতিৰ উদ্দেশ্য, অন্তৰৰো অন্তৰৰ গভীৰ শ্রদ্ধা নিবেদন কৰোঁ।

শ্রীবিজয় চন্দ্র ভাগৱতী

**কঠিন শব্দৰ অর্থ—**

তাচ্ছিল্য— ইতিকিং

বাগ্মিতা— কথা কোৱাত পটুতা।

হিল্লোল— ঢৌ।

**প্রশ্ন**— (১) "হেম বৰুৱা এজন ব্যক্তি বিশেষ মাথোন নহয়; তেওঁ এটা প্রতিষ্ঠান।" এই কথাষাৰিৰ তাৎপর্য্য কি? কিতাপৰ কথাৰ লগত সম্বন্ধ ৰাখি বুজাই লিখা।

(২) "হেম বৰুৱা এটা আদর্শৰ প্রতীক। সেই আদর্শৰ মৃত্যু নাই।" উল্লিখিত আদর্শৰ চমু আভাস দিয়া।

# ব্ৰহ্মযাত্ৰীৰ ডায়েৰি

[ ৺আনন্দ চন্দ্ৰ আগৰৱালাক অনুবাদ কোৱঁৰ নাম দিয়া হৈছে। কিয়নো তেওঁৰ কবি-কীৰ্ত্তি ঘাইকৈ ইংৰাজীৰ পৰা অনুবাদ কৰা কবিতাতে প্ৰতিষ্ঠিত। তেওঁৰ অনুবাদ মৌলিকতকৈও মনোৰম। কবিতাৰ বাহিৰেও অসমৰ পুৰণি বুৰঞ্জী আৰু ভূগোলৰ সম্বন্ধে আগৰৱালাদেৱে ভালেমান মূল্যবান প্ৰবন্ধ লিখিছিল। তলত দিয়া প্ৰবন্ধটিত তেওঁৰ বৰ্ণনা ভঙ্গীৰ পৰিচয় আছে। ]

## ১৩ মাৰ্চ্চ, খৃঃ ১৮৯৩,

অকূল সমুদ্ৰ। যেনিয়েই চাই পঠিয়াওঁ কেৱল পানী, ঘোৰ নীল বৰণীয়া পানী, দেখিলে প্ৰথমে ভয় লাগে। কালি সাগৰৰ পানী অলপ নীল বৰণীয়া দেখিছিলোঁ। কিন্তু আজিৰ পানী ঘোৰ কৃষ্ণবৰ্ণ, মহীৰ নিচিনা। সঁচাকৈয়ে আমাৰ মানুহে সাগৰক "কলীয়া পানী" বোলে। কেনিও চৰাই এটিৰ মাত নুশুনা হলোঁ।

সমুদ্ৰত সূৰ্য্যোদয় চাবলৈ বৰ ভাল। আজি আকাশত ডাৱৰ থকা বাবে সূৰ্য্য দেৱতাৰ মুখ দৰ্শন নঘটিল।

সাগৰৰ পানী লুণীয়া। এই পানী খাব নোৱাৰি। যাত্ৰীসকলৰ ব্যৱহাৰৰ নিমিত্তে নিকা পানী জাহাজত কলিকতাৰ পৰা অনা হৈছে। সাগৰৰ পানীৰে গা ধুলে গা বৰ

লঘু আৰু ভাল লাগে। কোনো কোনো ইংৰাজ বেজে কয় বোলে এই পানীৰে গা ধুলে ছালৰ ব্যাধিৰ অনেক পৰিমাণে ভাল হয়। প্ৰথম শ্ৰেণীৰ যাত্ৰীসকলৰ নিমিত্তে বেলেগ গা-ধোৱা ঘৰ আছে। ৰাতিপুৱা এই গা ধোৱা ঘৰৰ দুৱাৰ মুখত চাহাববিলাকে স্পঞ্জ আৰু গামোছা লৈ গা ধুবলৈ বাট চাই থাকে। এজনে গা ধুই ওলাই আহিলেই তেহে সতকাই সোমাব পাৰি। আমি খুব পুৱাতে আন লগৰীয়াসকল নৌ উঠোঁতেই গা ধুবলৈ গলোঁ। গা-ধোৱা ঘৰত কল লগোৱা আছে। কলৰ পেঁচ খুলি দিয়া মাত্ৰকে গা-ধোৱা ডাঙৰ টব্ বা চৰিয়া পানীৰে ভৰি গ'ল। ওপৰত "চাৱাৰ বাথ" আছে। আধাঘণ্টামান সাগৰৰ লুণীয়া পানীৰে বেচিকৈ গা ধুলোঁ। মূৰৰ চুলিবিলাক আঠাৰ দৰে অলপ লেকেটা-লেকেটি লাগি ধৰিলে; "মিঠা পানী" অৰ্থাৎ কলিকতাৰ পৰা নিয়া নৈৰ পানীৰে আকৌ ধুলোঁ। মোৰ গাটো বৰ পাতল লাগিল, মনত খুব স্ফুৰ্ত্তি হ'ল। মই স্বৰ্গত নে পৃথিবীত পাহৰি গলোঁ। মোৰ লগৰীয়া বন্ধুবৰ বেমাৰী হলেও সাগৰৰ পানীৰে গা ধুই তেৱোঁ বৰ লঘু পালে।

সমুদ্ৰৰ পানী আৰু বতাহৰ বৰ গুণ। কলিকতাত থাকোঁতে মোৰ বন্ধুৰ গাত ভালেমান দিনৰ পৰা জ্বৰ আছিল। তেওঁৰ একোকে খাবলৈ ৰুচি নজন্মিছিল। কিন্তু সমুদ্ৰৰ জুৰ বা লোৱাত তেওঁৰ অলপো জ্বৰ নাইকীয়া হল, সুস্থ

মানুহৰ দৰে তেওঁৰ খোৱা বস্তুত ৰুচি হ'ল। তেওঁ নিৰুগীৰ দৰে বৰ ৰঙত আছিল। সাগৰত যোৱাৰ এটা প্ৰধান গুণ এই যে যিহকে খোৱা যায়, সিয়ে ততালিকে জীণ যায়, আৰু বেগাই ভোক লাগে।



## ১৪ মাৰ্চ্চ— খৃঃ ১৮৯৩

আজি ৰাতিপুৱা এটা "লাইট হাউচ" দেখা গৈছিল। সমুদ্ৰ কেতিয়াও স্থিৰ নহয়। সদায় সমুদ্ৰত ঢৌ থাকে, সদাই জাহাজ হেন্দুলি গৈ থাকে। সাগৰত ৰৰকৈ বতাহ বলে, পৰ্ব্বতাকাৰ ঢৌবিলাকে ভয়ঙ্কৰ ৰূপে গৰ্জ্জিবলৈ ধৰে।

সেই ঢৌৰ আঘাতত জাহাজৰ হেন্দোলনি ইমান বেচি হয় যে যাত্ৰীসকলৰ মূৰ ঘূৰি যায়। অনেক যাত্ৰী অচেতনৰ নিচিনা হৈ কেইবা দিনলৈকে পৰি থাকে, একোকে খাব নোৱাৰে। অনেকে আকৌ হোলোকে হোলোকে বতিয়াবলৈ ধৰে। সমুদ্ৰ-যাত্ৰীসকলৰ এনেকুৱা অবস্থাকে "সাগৰ-ব্যাধি" বোলে। এই "চি-চিকনেচ" হলে, শুনিছোঁ ১০।১৫ দিনলৈকে অনেক যাত্ৰী অচেতন হৈ পৰি থাকে। সমুদ্ৰত যাওঁতে জুলীয়া বস্তুতকৈ টান বস্তু বেচিকৈ খাব লাগে, আৰু জাহাজখনৰ তললৈ বৰকৈ চাব নেলাগে। সমুদ্ৰ চাব খুজিলে বহুত দূৰলৈ দৃষ্টি নিক্ষেপ কৰিব লাগে। আমাৰ "চি চিকনেচ" হয় বুলি বৰ ভয়ে ভয়ে আছোঁ। কিন্তু আজিলৈকে সেই নৰিয়া ওচৰ চাপিব পৰা নাই।

তাহানি কিতাপত পঢ়িছিলোঁ, আৰু লোকৰ মুখত জানিব পাৰিছিলোঁ, বোলে সাগৰত এবিধ পাখি লগা মাছ আছে। এই মাছ সাগৰত উৰি ফুৰে। ঈশ্বৰ-সৃষ্টিৰ ইও এক আশ্চৰ্য্য বস্তু। আমি এই উৰণীয়া মাছ (flying fish) চাবৰ নিমিত্তে বৰ হেঁপাহ কৰি থাকিও আজি পৰ্য্যন্ত এই মাছ দেখা নেপালোঁ। শুনিছোঁ কলম্বোলৈ গলে সময়ে সময়ে সমুদ্ৰ-যাত্ৰীসকলে এই মাছ দেখা পায়।

নিশা জাহাজ গৈ মাৰ্টাবান উপসাগৰ পালে। কালিলৈ ছুপৰীয়া ব্ৰহ্মদেশৰ ৰাজধানী ৰেঙ্গুন নগৰত ভৰি দিম।

## ১৫ মাৰ্চ্চ, খৃঃ ১৮৯৩
## ঐৰাৱতী নৈত

পুৱাৰ পোহৰ সৰু খিলিকি দুৱাৰেদি আহি আমাৰ কেবিনত পৰিছে। যোৱা দিনৰে পৰা চৰাই-চিৰিকতি, গছ-বন এডালো সমুদ্ৰত উটি অহা দেখা নাই। যেনিয়ে চাই পঠিয়াইছিলোঁ, কেৱল ঘোৰ কলীয়া পানী আৰু প্ৰতি ঢৌৰ মুখত এথুপি এথুপি বগা ফেনহে দেখা পাইছিলোঁ। আজি চৰাইৰ মাতে টোপনিৰ পৰা জগালেহি। বৰ উলাহেৰে উঠি খিলিকি দুৱাৰেদি মুখ উলিয়াই অলেখ সামুদ্ৰিক চৰাই দেখি জানিলোঁ— ব্ৰহ্মদেশৰ ওচৰ চাপিছোঁহি। চাহ খাই ডেকৰ ওপৰলৈ উঠি গৈ ৰিণি ৰিণি ব্ৰহ্মদেশৰ গছ-গছনি দেখি মনত বৰ ৰং লাগিল।

ঐৰাৱতী নৈৰ বিশাল মুখ দেখা পালোঁ। আমাৰ জাহাজ ঐৰাৱতীত সোমাই ক্ৰমে উজাই যাবলৈ ধৰিলে। দুয়ো কাষৰ গছ-লতা, ঘৰ-বাৰী, পশু-পক্ষী, মানুহ ইত্যাদি দেখি বৰ সন্তোষ পালোঁ। বাৰ্ম্মিজ বেপাৰীবোৰে নাৱত উঠি পাল মেলি দি বেহা কৰিবলৈ গৈছে। ঘাটেয়ে সৰু সৰু নাৱত ইপাৰৰ মানুহ সিপাৰলৈ. সিপাৰৰ মানুহক ইপাৰলৈ অনা-নিয়া কৰিছে। ঐৰাৱতীৰ পৰা পানী নিবলৈ অহা বাৰ্ম্মিজ ছোৱালীবোৰৰ কোনো কোনোৱে, আমাৰ জাহাজ দেখি, চাপৰি বজাই, কোনোৱে নাম গাই কোনোৱে বা নাচি আমোদ কৰিবলৈ ধৰিলে।

য'ত ঐৰাৱতী নৈ সাগৰেৰে সৈতে মিলিছে, সেই খিনিতে সাগৰৰ পাৰত বান্দৰ দেখা পালোঁ। বান্দৰে নিৰ্জ্জন সাগৰৰ পাৰত থাকিবলৈ ভাল পায় হবলা! সেই দেখিয়েই বোধকৰোঁ তাহানি শ্ৰীৰাম চন্দ্ৰই লঙ্কাৰ সেতু বান্ধিবলৈ সাগৰৰ পাৰত অসংখ্য বান্দৰ পাইছিল।

১০ বজাত জাহাজ "এলিফেণ্ট পইণ্ট" কোঠৰ ওচৰত ভালেমান পৰ বৈ আছিল।

—আনন্দ চন্দ্ৰ আগৰৱালা

---

**কঠিন শব্দৰ অৰ্থঃ—**

ডায়েৰি = জীৱনত ঘটা ঘটনাৰ লিপিবদ্ধ বিৱৰণ।

নিকা = পৰিষ্কাৰ; নিৰ্ম্মল।

স্পঞ্জ = পানী শুহি নিয়া এবিধ কাপোৰ।

সতকাই = ততালিকে।

**প্ৰশ্ন :**— (১) "ব্ৰহ্মযাত্ৰীৰ ডায়েৰিত" থকা ভ্ৰমণ কাহিনীটি তোমাৰ ভাষাৰে চমুকৈ লিখা।

# বাল সুন্দৰম

[ মাহাত্মা গান্ধীৰ "মোৰ সত্য অন্বেষণৰ কাহিনী" পৃথিবীৰ অন্যতম অহিংসাৰ ঋষিৰ অবিস্মৰণীয় আত্ম-চৰিত। পৃথিবীৰ সাহিত্যত কোনো মহাপুৰুষে আজিলৈকে এনে অকপটভাৱে নিজৰ জীৱনৰ ভাল বেয়া সকলো অভিজ্ঞতা নিৰ্ভীক ভাৱে আৰু পোনপটীয়া ভাষাৰে ব্যক্ত কৰা নাই। তেওঁৰ আত্ম-চৰিত্ৰত সত্য সুন্দৰ আৰু মহীয়ান হৈ উঠিছে। মহাত্মাই নিজ জীৱনৰ ভুল ক্ৰুটীৰ মাজেদি যি অভিজ্ঞতা সঞ্চয় কৰিলে—সি আজি জাতিৰ উমৈহতীয়া সম্পত্তি। শ্ৰীযুত অমিয় কুমাৰ দাসে পৃথিবীৰ এই অনুপম আত্ম-চৰিত গ্ৰন্থ নিজ মাতৃ ভাষালৈ অনুবাদ কৰি অসমীয়া জাতিক সত্যানুসৰণত সহায় কৰিছে। ]

জীৱনত একাগ্ৰতা থাকিলে অন্তৰৰ পবিত্ৰ বাসনা সদায় সফল হয়। মই নিজৰ জীৱনত এই কথাষাৰৰ প্ৰমাণ পাইছোঁ। দৰিদ্ৰ-নাৰায়ণৰ সেৱাই মোৰ অন্তৰৰ একান্ত বাসনা। সদায় সেই বাবেই দীন-দুখীয়াৰ মাজত থাকিবলৈ আৰু তেওঁলোকৰ সুখ-দুখৰ ভাগ লবলৈ মই সুযোগ পাই আহিছোঁ।

নেটাল ভাৰতীয় কংগ্ৰেচ সভাত উপনিবেশত ওপজা ভাৰতীয় আৰু লিখা-পঢ়া জনা মানুহক হে মেম্বৰ শ্ৰেণীত ভুক্ত কৰিলেও সাধাৰণ আৰু গিৰমিটীয়া বনুৱাবিলাক কংগ্ৰেচ

সভাৰ বাহিৰত আছিল।

কংগ্ৰেচত বৰঙনি দি সভ্য হবলৈকে তেওঁলোক সমৰ্থ নহয়। তেওঁলোকৰ হিতকৰ কাম কৰি হে কংগ্ৰেচে তেওঁলোকৰ আদৰ পাইছিল। এসময়ত হঠাৎ এটা সুযোগ ওলাল। এই সুযোগ পোৱা হব-বুলি আমি ভবা নাছিলোঁ। ইয়াৰ বাবে কংগ্ৰেচ নাইবা মই সাজু হৈ থকা নাছিলোঁ। ওকালতি আৰম্ভ কৰাৰ তিনি মাহ কি চাৰিমাহ মান হে হৈছে, কংগ্ৰেচৰো নিচেই কেচুৱা অৱস্থা; এনে সময়তে মোৰ ওচৰত ফটা-ছিটা কাপোৰ পিন্ধি এটা তামিলী মানুহ ওলালহি। পাগুৰীটো মূৰৰ পৰা খহাই হাতত লৈ আহিছিল, তাৰ আগ দাঁত দুটা ভগা আৰু তাৰ মুখেদি তেজ বৈ আহিছিল। মোৰ ওচৰত কঁপি কঁপি কান্দি সি থিয় হ'লহি।

তাক তাৰ গৰাকীজনে বৰকৈ মাৰিছিল। মোৰ কেৰাণীজনো তামিলী আছিল। তেওঁৰ পৰা মই তাৰ বিষয়ে সকলো বুজিলোঁ। তাৰ নাম আছিল বাল সুন্দৰম। সি ডাৰবানৰ জনাজাত এজন ইউৰোপীয় লোকৰ চাকৰ আছিল। তাক 'গিৰমিট' দিয়াই আনিছিল। কিবা কথাত গিৰিহঁতৰ খং উঠি দিগ্বিদিগ জ্ঞানশূন্য হৈ তাক এনেকৈ মাৰিলে যে মানুহটোৰ দাঁত দুটা ভাগিল।

মই তাক ডাক্তৰৰ ওচৰলৈ পঠিয়ালোঁ। সেই সময়ত তাত কেৱল বগা ডাক্তৰ হে আছিল। মই সুন্দৰমৰ গাত থকা জখম কেইটাৰ বিষয়ে কেৱল এখন চাৰ্টিফিকেট হে

বিচাৰিছিলোঁ। চাৰ্টিফিকেটখন লৈয়েই মই পোনে পোনেই সুন্দৰমক লৈ মেজিষ্ট্ৰেটৰ কাষ চাপি তেওঁৰ হতুৱাই এখন দৰ্খাস্ত দিয়ালোঁ। দৰ্খাস্তখন পঢ়ি মেজিষ্ট্ৰেটজন জ্বলি উঠি উক্ত ইউৰোপীয় ভদ্ৰলোকজনলৈ চমন জাৰি কৰিলে।

তেওঁক শাস্তি দিয়াবৰ মোৰ অলপো অভিপ্ৰায় নাছিল। কেৱল কেনেকৈ সুন্দৰমক তেওঁৰ হাতৰ পৰা মুক্ত কৰিব পাৰি, এয়েই মোৰ চেষ্টা আছিল।

মই 'গিৰমিট'ত অনা বনুৱা সম্পৰ্কে আইনখন পঢ়ি ললোঁ। সাধাৰণ চাকৰে জাননী নিদিয়াকৈ কাম এৰিলে তাৰ গৰাকীজনে দেৱানী মোকৰ্দ্দমা হে কৰিব পৰাৰ বিধি আছে; কিন্তু 'গিৰমিট' দিয়াই অনা বনুৱাৰ ব্যৱস্থা সম্পূৰ্ণ স্বকীয়া। এনে বিধৰ বনুৱাই জাননী নিদিয়াকৈ কাম এৰি গলে ফৌজদাৰী মোকৰ্দ্দমা কৰি শাস্তি দিয়াব পাৰি। এই বাবেই চাৰ ৱিলিয়ম হান্টাৰে গিৰমিটত বনুৱা চালান কৰা নিয়মটোক ক্ৰীতদাস প্ৰথাৰ দৰেই জঘন্য বুলি কৈছিল। গিৰমিট দিয়া বনুৱাও ক্ৰীতদাসৰ দৰে গিৰিহঁতৰ সম্পত্তি।

এই গিৰমিটৰ পৰা বাল সুন্দৰমক মোকোলাবলৈ কেৱল দুটা বাট আছিল। হয় চালানী বনুৱাৰ 'প্ৰটেক্টৰ' জনৰ (চালানী বনুৱা সম্পৰ্কে ভু-ভা ৰাখিবলৈ চৰকাৰী বিষয়া) হতুৱাই তাৰ এক্ৰাৰনামা 'কেনচেল' কৰোৱা; নহলে তাক আন এজনৰ হাতলৈ বদলি কৰোৱা; নহলে তাৰ গিৰিহঁতৰ পৰাই মোকোলাব লাগিব। তাৰ গৰাকীজনৰ

ওচৰলৈ গৈ কলোঁ।—“মই আপোনাৰ বিৰুদ্ধে মোকৰ্দ্দমা কৰি আপোনাক শাস্তি দিয়াব নোখোজোঁ; মোৰ বোধেৰে অপুনি বেছ বুজিছে যে, সুন্দৰমক আপুনি বৰকৈ মাৰিছে। আপুনি তাৰ ‘গিৰমিট’ আন এজনলৈ বদলি কৰি দিলে মই বৰ আনন্দ পাম।” এই কথাত তেওঁ ততালিকে মান্তি হ’ল। তাৰ পাছত মই গৈ ‘প্ৰটেক্টৰ’ জনৰ লগত দেখা কৰিলোঁ। তেৱোঁ এজন নতুন গিৰিহঁত উলিয়াই দিলে মোৰ কথাত মান্তি হ’ব বুলি ক’লে।

সেই কাৰণে মই এজন নতুন গিৰিহঁত বিচাৰি বাহিৰ হলোঁ। ইউৰোপীয় নহলে নহয়। কাৰণ গিৰমিটীয়া বনুৱা কামত লগাবৰ অধিকাৰ ‘কালা-আদমিৰ’ নাছিল। সেই সময়ত নিচেই কম ইউৰোপীয় লোকৰ লগতহে মোৰ পৰিচয় আছিল। পৰিচিত এজন ইউৰোপীয় ভদ্ৰলোকৰ লগত মোৰ দেখা হ’ল। অনুগ্ৰহ কৰি সুন্দৰমক ৰাখিবলৈ তেওঁ গাত ললে। মই তেওঁৰ দয়াৰ শলাগ ললোঁ। ইফালে মেজিষ্ট্ৰেটেও সুন্দৰমৰ গিৰিহঁতক দোষী সাব্যস্ত কৰি তাৰ ‘গিৰমিট্’ আন লোকলৈ বদলি কৰিবলৈ হুকুম দিলে।

এই ঘটনা গোটেইবোৰ গিৰমিটীয়া বনুৱাৰ কানত পৰিলগৈ। সিহঁতে মোক সিহঁতৰ বন্ধু বুলি ধৰি ললে। সিহঁতৰ লগত এই সম্পৰ্ক হোৱাত মই বৰ আনন্দ পালোঁ। মোৰ অফিচলৈ লেখাৰি নিচিগাকৈ গিৰমিটীয়া বনুৱাৰ দল আহিবলৈ ধৰিলে; সিহঁতৰ সুখ-দুখৰ কথা জানিবলৈ ময়ো

অতি উত্তম সুযোগ পালোঁ।

সুন্দৰমৰ ঘটনাৰ বাতৰি মাদ্ৰাজলৈ বিয়পি পৰিল। মাদ্ৰাজৰ বেলেগ বেলেগ ঠাইৰ পৰা নেতাললৈ চালানত যোৱা বনুৱা সকলে এই ঘটনাৰ বিষয়ে তেওঁলোকৰ বন্ধুবৰ্গৰ পৰা শুনিবলৈ পালে। এই ঘটনাটোত একো বিশেষত্ব নাছিল। তেওঁলোকৰ হকে কওঁতা এজন নেতালত ওলাল; এই কথাষাৰত এই দুৰ্ভগীয়া বনুৱা দলৰ হিয়াত উৎসাহ আৰু নতুন আশাৰ সঞ্চাৰ কৰিছিল।

মই পূৰ্ব্বেই কৈছোঁ যে বাল সুন্দৰমে তাৰ পাগুৰীটো হাতত লৈ মোৰ অফিচত সোমাইছিল। সি যি ভাৱেৰে সোমাইছিল, সেইটো সঁচাকৈয়ে আমাৰ পক্ষে অপমানজনক। মোক পাগুৰী সোলোকাবলৈ কওঁতে যি হৈছিল, সেই বিষয়ে মই আগেয়ে কৈছোঁ। ইউৰোপীয় ভদ্ৰ-লোকৰ লগত দেখা কৰোঁতে, কি গিৰমিটীয়া বনুৱা, কি ভাৰতীয় ভদ্ৰলোক, সকলোৱেই মূৰৰ পৰা পাগুৰী খহাব লাগে, এয়েই দস্তুৰ আছিল। টুপীয়েই হওক, বা পাগুৰীয়েই হওক, নাইবা এডোখৰ ফটাকানিয়েই হওক, সকলো খহাব লাগিব। আন কি দুখন হাতেৰে দিয়া নমস্কাৰো যথেষ্ট নহয়। বাল সুন্দৰমে ভাবিলে, মোক দেখা কৰোঁতেও তেনেদৰে পাগুৰী খহাই আহিব লাগিব। মোৰ অভিজ্ঞতাত এইটোৱেই প্ৰথম ঘটনা আছিল।

বৰ লাজ পাই মই তাক পাগুৰী মাৰিবলৈ কলোঁ।

সি অলপ দোধোৰ মোধোৰ কৰিহে পুনৰ পাগুৰী মাৰিলে; আৰু ময়ো তাৰ মুখত আনন্দৰ চিন দেখা পালোঁ।

আন মানুহক অবমাননা কৰি নিজক ডাঙৰ, মানী বুলি মানুহে ভাবিব .পাৰে কেনেকৈ এই ৰহস্য মই আজিলৈকে বুজিব পৰা নাই।

অনুবাদক— শ্ৰীঅমিয় কুমাৰ দাস

---

# তোমাৰ যি ভাল লাগে

[ মিঃ জে, বৰুৱাক নজনা মানুহ অসমত নাই বুলি কলেও বঢ়াই কোৱা নহয়। তেওঁ সুদীৰ্ঘকাল গুৱাহাটীৰ আইন কলেজৰ অধ্যক্ষ আছিল। অসমীয়া ভাষাত মিঃ জে, বৰুৱাই কেইবাখনি পুথি ৰচনা কৰিছে। তেনিচৰ সাউদ, দদাইৰ পঁজা, বিলাতৰ চিঠি আদি প্ৰধান। 'পঞ্চৰত্ন'ত ইংৰাজ নাট্যকাৰ চেক্সপিয়েৰৰ পাঁচখন নাটকৰ মূল বিষয় বস্তু দিয়া হৈছে। তেখেতৰ ৰচনা ৰীতি সহজ আৰু ধৰৱা শব্দমালাৰে ভৰপূৰ। 'তোমাৰ যি ভাল লাগে' (As you like it) গল্পটো পঞ্চৰত্নৰ পৰা উদ্ধৃত।]

এজন মৰমিয়াল আৰু দন্দ-হাই ভাল নোপোৱা জাই এখন ৰাজ্যত ৰাজত্ব কৰিছিল। দন্দ-হাই ভাল নোপোৱা মানুহ পাই তেওঁৰ ভায়েক ফ্ৰেডেৰিকে তেওঁক ৰাজ্যৰ পৰা

খেদি দি নিজে সেই ৰাজপাটত বহিল। ৰজাই ৰং মনেৰে ৰাজভোগ আৰু ৰাজসুখ এৰি কেইজনমান বিশ্বাসী তেওঁৰ মৰমৰ অনুচৰ বৰ্গৰে সৈতে বনবাসলৈ গ'ল। সেই বনৰ নাম আৰ্ভেনাৰণ্য।

ফ্ৰেডেৰিকৰ চিলিয়া নামে এটি কন্যা আছিল। এই কন্যাৰ সখীয়েকৰ নাম ৰোজেলিণ্ড। ৰোজেলিণ্ড ফ্ৰেডেৰিকৰ বনবাসী ককায়েকৰ জীয়েক। ফ্ৰেডেৰিকে যদিও ৰোজেলিণ্ডক ভাল নেপাইছিল কিন্তু দুয়োজনী ছোৱালীৰ এনে মিল দেখি ফ্ৰেডেৰিকৰ বেয়া লাগিলেও বাধ্য হৈ চিলিয়াৰ মুখলৈ চাই ৰোজেলিণ্ডক ৰাজঘৰত ৰাখিছিল। ফ্ৰেডেৰিকে ৰোজেলিণ্ডক ভাল নেপাবৰ আৰু এটা কাৰণ আছিল যে তেওঁ চিলিয়াতকৈও সুন্দৰী।

সেই ৰাজ্যৰ এজন ডাঙৰ মানুহৰ তিনটি ল'ৰা আছিল, অলিভাৰ, অৰ্লেণ্ডো, আৰু জাক। তেওঁ মৰিবৰ সময়ত অলিভাৰক নিজৰ সকলো সম্পত্তি দি যায়। অৰ্লেণ্ডোৰ নিমিত্তে মুঠে সেই দেশৰ এহেজাৰ টকা থৈ যায়। মৰিবৰ সময়ত কৈ যায় যে অলিভাৰে যেন সৰু ভায়েক দুটিক ভালকৈ তত্বাৱধান কৰে আৰু যেন সিহঁতক সজ-শিক্ষা দিয়ে। অলিভাৰে জাকক সজ-শিক্ষা দিয়াইছিল, কিন্তু অৰ্লেণ্ডোক সমূলি দেখিব নোৱাৰিছিল— শিক্ষাৰটো কথাই নাই। অৰ্লেণ্ডোই একো নকৰি এলেহুৱা হৈ জীৱন কটাবলৈ ধৰিলে। অৰ্লেণ্ডো আৰু কিমান দিন এলেহুৱা হৈ থাকিব? থাকি

থাকি আমনি লাগিল। এনেয়ে বহি থাকি ভাল নলগাত ককায়েকক বাপেকে থৈ যোৱা টকা কেইটা খুজিলে। অর্লেণ্ডোৰ আৰু ককায়েকৰ ঘৰত থাকি নৈলে ভাল নলগাত সেই ঘৰ এৰি যাবৰ ইচ্ছা বৰকৈ প্ৰবল হ'ল। টকা খোজাৰ কাৰণো সেয়ে।

অলিভাৰৰ কিন্তু টকা দিবৰ মন নাই দেই। ভাল মতলব থকা হ'লে শিক্ষাকে দিলেহেঁতেন নহয়। ভাবিচিন্তি ঠিক কৰিলে যে এটা বলী মানুহৰ সৈতে অর্লেণ্ডোৰ যুঁজ লগাই দিলেইতো হৈ যায়। ইয়াকে ভাবি এটা বলী মানুহৰ হতুৱাই অর্লেণ্ডোক যুঁজ কৰিবলৈ মতালে। অলিভাৰৰ ইচ্ছা যেন অর্লেণ্ডো মৰে— মৰিলেইতো টকা-খিনি নিজৰ হৈ যায়।

অর্লেণ্ডোই যুদ্ধৰ নিমন্ত্ৰণ ৰং মনেৰে ৰক্ষা কৰিলে। এই মল্ল যুদ্ধ চাবলৈ বহুতো মানুহ গোট খাইছিল। চিলিয়া আৰু ৰোজেলিণ্ডো চাবলৈ আহিছিল। এনে এজন কোমল বয়সীয়া ল'ৰাই নামজ্বলা মল্লৰ সৈতে যুঁজ কৰিবলৈ সাজু হোৱা দেখি ৰোজেলিণ্ডে তবধ মানিলে আৰু লৰাটিক যুঁজ নকৰিবলৈ বহুতো বুজালে। কিন্তু ডেকা ল'ৰাই কেতিয়া এনে হাক শুনে? যুঁজ লাগিল। আটায়ে যুঁজৰ ফল দেখি আচৰিত হ'ল। আমাৰ অর্লেণ্ডোই জয়ী হ'ল। ধন্য অর্লেণ্ডো।

ফ্ৰেডেৰিকেও এই যুঁজ চাইছিল। এই কুমলীয়া

লৰাটিকে জিকা দেখি মনৰ আনন্দত তেওঁৰে সৈতে চিনাকি হবলৈ যাওঁতেই শুনিলে যে এই লৰাটো তেওঁৰ এজন বৈৰীৰ পুত্ৰ। তেতিয়াই তেওঁৰ আনন্দ গুচি খং হ'ল গৈ। মানুহ এনে অবুজ। ক'ত আনন্দ, ক'ত খং? ৰোজেলিণ্ডে যেতিয়া দেখিলে যে তেওঁ যি লৰাটিক যুঁজ কৰিবলৈ মানা কৰিছিল, সেই লৰাটিয়েই জিকিল, তেতিয়া তেওঁ আনন্দত অধীৰ হৈ তেওঁ পিন্ধি থকা সোণৰ মণিধাৰ লৰাটিৰ ডিঙিত পিন্ধাই দিলে। ইয়াকে দেখি ফ্ৰেডেৰিকৰ খং আৰু বাঢ়িল। খং পূৰ্ণ মাত্ৰালৈ উঠোঁতেই ৰোজেলিণ্ডক ৰাজ্যৰ পৰা নিৰ্ব্বাসিত কৰিলে। এই খংটো এটা চেলুহে জানিবা দেই। মন চাগৈ আগৰ পৰাই গৈছিল—লাজতে হে একো কৰিব পৰা নাছিল। এতিয়া এই সুযোগ পাইয়েই ছোৱালীটিক ৰাজ্যৰ পৰা খেদি দিলে। চিলিয়াতকৈ ৰোজেলিণ্ড সুন্দৰী নহয়নে? ৰোজেলিণ্ড চিলিয়াতকৈ কথাবতৰাতো বাৰু নহয়নে? পাঠকৰ যি যি মন যায়, তাকে ভাবি খেদাই দিয়াৰ কাৰণ উলিয়াবলৈ বেচিপৰ নেলাগিব হব পায়। চিলিয়াৰ চৰিত্ৰ আৰু ফ্ৰেডেৰিকৰ চৰিত্ৰ কিন্তু একে নহয়। যেতিয়া তেওঁ দেখিলে যে তেওঁৰ মৰমৰ সখীৰ এনে বিলাই হ'ল, তেতিয়াই মনতে গুণি ঠিক কৰিলে যে তেওঁ সখীয়েকৰ লগৰীয়া হ'ব। টচ্‌ষ্টোন নামেৰে ৰাজসভাৰ বহুৱাক লগত লৈ দুয়ো ৰাজ্যৰ পৰা ওলাল। কিন্তু যায় কলৈ? যি অৰণ্যত ৰোজেলিণ্ডৰ দেউতাকে মনৰ সুখেৰে গৈ ৰাজত্ব কৰিছিল।

সেই অৰণ্যলৈকে বুলি তেওঁলোকে খোজ ললে। তেওঁলোকৰ কাপোৰ-কানি এৰি, ৰোজেলিণ্ড অলপ দীঘল দেখি সেই দেশৰে ভেৰাৰখীয়া লৰাৰ সাজ পিন্ধিলে আৰু চিলিয়া হ'ল ভেৰা-ৰখীয়ানী।

ইপিনে অৰ্লেণ্ডোৰ জয় হোৱাৰ পাছত ঘৰলৈ যাওঁতে বাটতে এডাম বুলি বাপেকৰ দিনৰ লগুৱা এটাৰ সৈতে দেখা হ'ল। সি কলে—"বোপাই", বল তয়ো বল; ময়ো তোৰ লগতে যাওঁ। এই ঘৰত থাকিলে তোক মাৰিব। মই জীয়াই থাকিম আৰু তোক এনেকৈ সি মাৰিব। মই তাকে চাই থাকিম নে? ব'ল, যাওঁ ইয়াৰ পৰা। মোৰ লগত মোৰ সাঁচি থোৱা টকা কেইটামান আনিছোঁ, তোৰে মোৰে তাৰে হব দে, এতিয়া ইয়াৰ পৰা বেগ দিওঁ মাথোন।" অৰ্লেণ্ডোৰ মন সৰল, এইবোৰ কথা শুনি আচৰিত হৈ বুঢ়াটিৰ কথাতে মান্তি হৈ দুয়ো সেই পাপ ঘৰ এৰি গ'ল। তেওঁলোকৰ যাব লগীয়া ঠাই আৰ্ডেনাৰণ্য।

গৈ গৈ ৰোজেলিণ্ড আৰু চিলিয়া থকা সেই অৰণ্যৰ এটি পঁজা ঘৰত আশ্ৰয় ললে। দুয়ো থাকে। পাছত গছৰ খোৰোঙৰ আৰু ডালৰ মাজে মাজে বহুতো লিখা তুলাপাত মাজে মাজে পায়। সেইবোৰ পঢ়ি চাই দেখিলে যে সকলোবোৰেই ৰোজেলিণ্ডক লক্ষ্য কৰি লেখা। ৰোজেলিণ্ডৰ তেতিয়াও মুনিহৰ কাপোৰ। চিলিয়াই কলে "মই বাৰু উলিয়াওঁ ই কোন প্ৰেমিক, কোনেনো ৰোজেলিণ্ডৰ কাৰণে

ইমান হুমুনিয়াহ কাঢ়ি ফুৰিছে।” অলপ পাছত চিলিয়াই বিচাৰ কৰি জানিলে যে এই লিখকজন অৰ্লেণ্ডো, আন কোনো নহয়। ৰোজেলিণ্ডৰ মুনিহৰ কাপোৰ, সেই দেখি কলে যে “মই অৰ্লেণ্ডোৰ বেমাৰৰ দৰব দিম। মোক যদি ৰোজেলিণ্ড বুলি ভাবি তেওঁ আহি কথা কয়, তেতিয়াই তেওঁ ৰোজেলিণ্ডৰ কথা পাহৰিব।” অৰ্লেণ্ডোই অৱশ্যে নেজানিছিল যে ৰোজেলিণ্ডেই মুনিহৰ কাপোৰ পিন্ধি তেওঁৰে সৈতে কথা কব। অৰ্লেণ্ডো আৰু ৰোজেলিণ্ডৰ আকৌ চিনাকি হ'ল।

ইপিনে ৰাজপুৰীত হুলস্থুল। ছোৱালীদুজনী কলৈ গ'ল ? ফ্রেডেৰিকে ভাবিলে যে এই কাম নিশ্চয় অলিভাৰৰ। অলিভাৰেই অৰ্লেণ্ডো আৰু ছোৱালী দুজনীক লুকাই থৈ দিছে। কিন্তু ফ্রেডেৰিকেতো নেজানে অৰ্লেণ্ডোৰ প্ৰতি অলিভাৰৰ কিমান মৰম। ইপিনে যে তেওঁৰ নিমিত্তেই অৰ্লেণ্ডোৰ বনবাস। ফ্রেডেৰিকে নুশুনে। অলিভাৰো বনবাসী হ'ল। পাছত অৰণ্যত যে কেৱল এওঁলোকহে থাকে, এনে নহয়। সিংহ আদিৰো বাস। অলিভাৰক এটা সিংহই আক্ৰমণ কৰে; সেই সময়তে অৰ্লেণ্ডো সেই ফালে যায়। ককায়েকক তেনে অৱস্থাত দেখি সিংহক তেওঁ তেতিয়াই বধ কৰি ককায়েকক ৰক্ষা কৰিলে। ইপিনে নিজে বৰ দুখ পালে। সিংহৰে সৈতে যুঁজোঁতে অৰ্লেণ্ডোৰ গাৰ নানা ঠাইত সিংহই নখ-দাঁত বহুৱাইছিল।

ৰক্ষাকাৰী কোন দেখি আচৰিত হ'ল। অলিভাৰ আৰু অৰ্লেণ্ডোৰ আকৌ মিল হ'ল। মানুহে বিপদত পৰিলেহে জানে কোন কাৰ বন্ধু। ইমান দিন অলিভাৰে অৰ্লেণ্ডোক হিংসাৰ চকুৰে দেখিছিল। এই মহা উপকাৰ পাই ভায়েকৰ মনৰ ভাব ভালকৈ বুজি পালে। দুয়ো ভাইৰ মিল হ'ল। পৃথিবীত এয়ে হোৱা উচিত।

অৰ্লেণ্ডোৱে সেই দিনা পুৰুষ বেশী ৰোজেলিণ্ডৰ লগত দেখা কৰিব নোৱাৰিলে। এই কথা জনাবলৈ ককায়েকক পঠাই দিলে। ভেৰা-ৰখীয়ানীৰ বেশত চিলিয়াৰ সুন্দৰ মুখ দেখি অলিভাৰে চিলিয়াক তেতিয়াই ভাল পালে। চিলিয়ায়ো সেই ভাল পোৱাৰ প্ৰতিদান দিলে।

বনবাসী ডিউক জনাৰ আগতে সেই বিয়া সমাধা হবৰ কথা হ'ল। অৰ্লেণ্ডোৰ মন কিন্তু বিষাদেৰে ভৰা। তেওঁ তেতিয়া হা হুমুনিয়াহ কাঢ়ে আৰু কয় যে যি জনে তেওঁক ডিঙিৰ মণি দিছিল, সেই জনকে তেওঁ এতিয়াও ভাল পায়। কি কৰা যায় এতিয়া? ভেৰা-ৰখীয়া বেশ-ধাৰিণী ৰোজেলিণ্ডে কলে "বাৰু মই চিলিয়াৰ বিয়াৰ দিনা তেওঁক আনি দিম"। কোৱা কথাই সঁচা হ'ল অৰ্থাৎ বিয়াৰ দিনা নিজৰ কাপোৰ পিন্ধি ওলালত অৰ্লেণ্ডোই তেওঁৰ মনোহাৰিণীক চকুৰ আগতে দেখি আনন্দত আপ্লুত হ'ল আৰু বনবাসী ডিউকেও নিজৰ জীয়াৰীক পুনৰ লাভ কৰি সেই আনন্দত যোগ দিলে।

অলিভাৰে চিলিয়াক পাই আৰু বিপদৰ সময়ত ভায়েকৰ পৰা ইমান উপকাৰ পাই অৰ্লেণ্ডোক সম্পত্তিৰ অংশ দিব খুজিলে। ফ্ৰেডেৰিকে ককায়েকৰ সন্ধান পাই তেওঁক মাৰিবৰ কাৰণে আৰ্ডেনাৰণ্যৰ ফালে আহিল। কিন্তু ভগবানৰ কি ইচ্ছা! বাটতে এজন ধাৰ্ম্মিক বুঢ়াৰ সৈতে দেখা হলত তেওঁ আৰু কুপথগামী নহ'ল। বনবাসী ডিউকক তেওঁৰ নিজৰ ৰাজ্য আকৌ ওভটাই দি নিজে ধৰ্ম্ম-কৰ্ম্মৰ পিনে চকু দিবলৈ আৰম্ভ কৰিলে।

এতিয়া সকলোৰে আনন্দ। আৰ্ডেনাৰণ্যত আনন্দ, ৰাজ্যত আনন্দ; সকলো ঠাইতে আনন্দ। আহাঁ, সেই আনন্দৰ কথা শুনি তেওঁলোকৰ আনন্দত যোগ দি আমিও আনন্দিত হওঁ।

—শ্ৰীজ্ঞানাদাভিৰাম বৰুৱা

---

**কঠিন শব্দৰ অৰ্থঃ—**

তত্বাবধান = যত্ন লোৱা।

বৈৰী = শত্ৰু

কুপথ গামী = পাপাচাৰী, বেয়া কাম কৰোঁতা।

**প্ৰশ্ন ঃ—** (১) কাহিনীটো চমুকৈ লিখা।

(২) "মানুহে বিপদত ........................ ......মনৰ ভাৱ ভালকৈ বুজি পায়।" আঁতিগুৰি মাৰি বুজোৱা।

# অসমত সোণ কমোৱা ব্যৱসায়

[ শ্ৰীযুত বেণুধৰ শৰ্ম্মাই পুৰণি অসম বুৰঞ্জী আৰু আগৰ দিনৰ খ্যাতনমা অসমীয়া লোকসকলৰ বিষয়ে ভালেমান প্ৰামাণিক প্ৰবন্ধ ৰচনা কৰিছে। তেখেতৰ 'মণিৰাম দেৱান' এখনি লেখত লব লগীয়া গ্ৰন্থ। মণিৰাম দেৱানৰ জীৱনীৰ লগতে এই পুথিত অসমৰ প্ৰথম স্বাধীনতা সংগ্ৰামৰ আলোচনা কৰা হৈছে। তলৰ প্ৰবন্ধটি উক্ত পুথিৰ পৰা তোলা হৈছে।]

বালি ধুই সোণ উলিওৱা নিয়ম:- নৈৰ কোবাল সোঁতে গৰা খহাই তাৰ ঠিক বিপৰীত পাৰে যেতিয়া চট পেলায়, তেতিয়া সোণোৱালবিলাকে সেই চটৰ বালি পৰীক্ষা কৰেগৈ। পৰীক্ষা কৰি যদি তাত বালি চন্দা থকা গম পায়, তেন্তে সেইডোখৰ ঠাই সোণ খপিবৰ উপযুক্ত ঠাই বুলি স্থিৰ কৰে। বুঁঢ়ী দিহিঙৰ পাৰত কিছুমান কছাৰি সোণোৱাল আছিল। সিবিলাকৰ গাওঁবুঢ়া (খেলৰ মুখিয়াল) জনে সোণ ওলোৱা ঠাইবোৰ আগতে চাই লয়। তাৰ পিছত সোণ কমোৱা সঁজুলি আদি লৈ খেলৰ মানুহবিলাক সোণ কমাবলৈ যায়। কিন্তু অইন সোণোৱালে সোণ ওলোৱা ঠাই চাবলৈ যাওঁতেই লগত সোণ খপা সঁজুলিও লৈ যায়; আৰু কোনো ঠাইত সোণ থকাৰ চিন পালেই তাতে কমাবলৈ আৰম্ভ কৰে।

সোণ খপিব খোজা ঠাইত চাৰিটা সোণোৱাল পাইক মুঠ বান্ধি এক গোট হয়। এই পাইক চাৰিটাক পালী আৰু ইহঁতক দিহা-পোহা দি কৰাওঁতাজনক ওজা বুলি কয়। এই মানুহ গোটে একোখন ডুৰুণীত সোণ কমায় অৰ্থাৎ ডুৰুণীখনে পতি একোটা মানুহ।

পালী চাৰিটাৰ ভিতৰত এটাই বালি ধোৱে, দুটাই লেহেতিৰে বালি কঢ়িয়াই ডুৰুণীলৈ আনে আৰু বাকীটোৱে বালি খানে। যিটো চটত সোণ খপিব খোজে, ইহঁতে পোন প্ৰথমে তাতেই বিৰীয়াৰ নিচিনা বাঁহৰ জোঙা মাৰি এডালেৰে খুঁচি চায়। খোচোঁতে তলত টান বালিৰ চপৰা পালে বাঁহ এচলাৰে তাৰে অলপ তুলি আনে। তাৰ পিচত, বালি চপৰাটো, লিৰিকি-বিদাৰি চাই সোণগুৰি বা সোণ চেকুৰা থকা যেন দেখিলে চটৰ দাঁতিত বা পানী ঘূৰ্ণিলিত তৎক্ষণাত বহা সাজি সোণ খপিবলৈ আৰম্ভ কৰে। পোনছাটেই সূঁতিৰ দ ঠাই ডোখৰ ভেটে; সৰু সূঁতি হলে বালিৰে আৰু ডাঙৰ হলে জেং-জাবৰেৰে। এইদৰে ভেটা মাৰিলে সোণ খপিব খোজা চটৰ ওপৰেদি সোঁতে পাক লৈ তাৰ ওপৰ তৰপ ধুই পেলায় আৰু সোণ চেকুৰা মিহলি হৈ থকা বালি তৰপ উলিয়াই দিয়ে। তেতিয়া সোণোৱালহঁতে ভেটাবোৰ ভাঙি পেলায়। ভেটা ভাঙিলেই পানী আহি আকৌ আগৰ ঠাইত পৰেহি। এনেতে, ধেনুভিৰীয়া কাঠৰ লেহেতি এখনেৰে সেই বালিবোৰ কঢ়িয়াই আনি কুঁকি এটাত ভৰাই থয়। এই

লেহেতিখন দীঘলে ডেৰ হাত, পথালিয়ে এহাত আৰু গাতে পথালিকৈ চাৰি হতীয়া দীঘল নাল এডাল; ভিতৰ পিনে চুক দুটাত বিন্ধা কৰি মাজেদি জৰী সুমুৱাই লৈ দুটা মানুহে আগফালৰ পৰা জৰীত ধৰি লেহেতিখন চোঁচৰাবলৈ ধৰে আৰু এটাই পাছফালে লেহেতিৰ ধাৰটো হেঁচি বালিত সুমুৱাই দিয়ে। এইদৰে হেঁচি-থেলি বালিবোৰ আনি কুঁকিত ভৰায়হি। তাৰ পিছত, সেই বালিবোৰকে দুৰুণীৰ ওপৰৰ বানত বাকি দিয়েগৈ। এই দুৰুণীখন কাঠৰ; দীঘলে তিনিহাত, পথালিয়ে এহাত আৰু মেৰটো ওখই এবেগত। আৰু এমূৰে তিনি আঙুলিমান বহল সুৰুঙা এটা— ঠিক যেনিবা মাছধৰা চেপাটো হে। তাৰ পিছত, এটাই এহাতেৰে ফুটা কলহৰ জগাই দি পানী বাকি, ইহাতেৰে বানৰ বালিবোৰ লৰাই-চৰাই তাত মিহলি হৈ থকা কুটা-কাটিবোৰ অটাই দিয়ে। বালিবোৰ ধুই থাকোঁতে দুৰুণীখনত পানী আৰু বালি ভৰি পৰেগৈ, তেতিয়া দুৰুণীখন অলপ একতীয়াকৈ দিয়া হয়; এইদৰে দিলে দুৰুণীৰ তলত সোণ মিহলি বালিখিনি নিগৰি পৰি যায়, আৰু যি কুটা-কাটি বা বেয়া বালি থাকে, সেইবোৰ সুৰুঙাইদি সৰকি ওলাই যায়।

এইদৰে ৪০।৫০ কুঁকি বালি দুৰুণীত পেলাই ধোৱা হলে, সোণোৱালইঁতে তাক শিয়া বোলে। এশিয়াত এৰাতি সোণ কমাব পাৰিলেই সিইঁতৰ মনত নোপোৱাই পোৱা যেন লাগে। কাৰণ, দিনৰ দিনটো খপিলেহে এমহামান সোণ

উলিয়াব পাৰে—সিও আকৌ ভাঁজ লগা। ৫।৬ বছৰ নকমোৱা ঠাইত হলে কেতিয়াবা শিয়াত দুৰাতিকৈও সোণ পোৱা যায়। সেই হিচাবে চালে, দিনটোত এতোলামান সোণ হয়গৈ।

দুৰুণীখনৰ চেপা মৰা সুৰুঙাটোৰ মুখত কৌপাত এখন মেলি দি নিগৰি পৰা সোণ বালিৰ ওপৰত আকৌ কলহৰ জলাৰে পানী ছটিয়াই দিয়ে। এইদৰে দিলে বালিবোৰ ওলাই যায় আৰু সোণখিনি কৌপাতত লাগি ধৰে। তেতিয়া কৌপাতৰ পৰা লাহে লাহে সোণখিনি একুৱাই চুঙাত ভৰাই সাঁফৰ মাৰি বা সোপা দি থৈ দিয়ে। তাৰ পিছত আৰু সাধাৰণ বালিত সোণ খপা হয়। চুঙাত ভৰোৱা এই সোণ খিনিকে আকৌ দুৰুণীত ঢালে, ঢালোতে যিমান তোলা সোণ থাকে সিমান অনা ৰহ (পাৰদ) মিহলাই দিয়ে। সোণ আৰু ৰহ মিলাই পানী বাকে। পানী পালেই ৰহৰ লগত লগ লাগি সোণখিনি লদা বান্ধে। তেতিয়া, সেই লদাটো তুলি আনি শামুকৰ খোলা এডোখৰত ভৰাই নাহৰ খৰিৰ জুইৰে জাল দি তপতোৱা হয়। ভাপ পায় ৰহ খিনি উভি যায় আৰু খোলা ডোখৰ চূণ হয়। তাৰ পিচত; পানীত পেলাই সোণৰ ভাঁজ-নিভাঁজ পৰীক্ষা কৰা হয়। পানীত পৰি তললৈ গলেই নিভাঁজ আৰু ওপঙিলেই ভাঁজ থকা বুলি জানিব লাগে। সোন লদাৰ বৰণ পিতল চানেকীয়া হলে, লোণ পানীৰে ভাত বন্ধা ঘৰৰ মাটি বোকা কৰি, সেই বোকাৰে লেও দি সোণ লদা জুইত পুৰিলে সোণৰ চকচকীয়া বৰণ ওলাই পৰে।

তলত উল্লেখ কৰা কেই খেলত বাজে সকলো সোণোৱালে ওপৰত কোৱা নিয়মেৰেই বালিৰ পৰা সোণ খপি উলিয়াইছিল।

(১) কিছুমান কছাৰী সোণোৱালে নৈত ধল উঠিবলৈ বাট চাই থাকে। যেই পানী শুকাই গ'ল, সিহঁতো বালিৰ পৰা সোণ ধুবলৈ সাজু হৈ ওলাল!

(২) ৰাইডঙীয়া ফুকনৰ ভাগৰ (দাগী) সোণোৱালে পৰ্ব্বতলৈ উঠি কৌপাত গোটায়; আৰু সেই কৌপাত পুৰি ওপৰত কৈ অহাৰ দৰে সোণ উলিয়ায়।

(৩) চিদাং নৈত কমোৱা মানুহে নৈয়ে কমোৱা পৰ্ব্বতৰ গাৰ পৰা শেলাই আৰু বন খহাই লয়; সেইবোৰ ধুই তাৰপৰা সোণ উলিয়ায়।

মাঘ, ফাগুণ আৰু চ'ত এই খৰালি কেই মাহেই সাধাৰণতে সোণ কমোৱাৰ দিন। কোনো ঠাইত আহিন কাতিতো কমোৱা হয়। সোণোৱালবিলাকে আঁউসী, একাদশী পূর্ণিমা, সংক্রান্তি আদি তিথিত সোণ নকমায়।

পৰ্ব্বতীয়া নৈবোৰত ভাল সোণ পোৱা যায়; নৈৰ সোঁত যিমানেই কোবাল হয় তাৰ সোণৰ চেকুৰাবোৰো সিমানেই চকচকীয়া হয়। সোঁত কম নৈৰ সোণত ভেঁজ থাকে। ব্ৰহ্মপুত্ৰত পোৱা সোণ ভাল নহয়। ইয়াত কছাৰী সোণোৱালে সোণ কমাইছিল।

লুইত, দিহিং টেঙাপানী, পকৰা, দিহিং, দীগাৰু চল চিদাং, ডিবুৰু, সোৱণশিৰী, দীজু, কাকৈ, কদম, সোমদিৰী

দোছোৰা, দিজু, দিক্রং, খৰৈ, ঘৰৈ, বৰগাং, বৰদিখৰী, ভৰলী, ধনশিৰী, কলীজুৰি, ডেকা জুৰি, পমা, গৰুৱা, মানাহা, বুঢ়ীগঙ্গা, দিছৈ, জগলু আৰু ভালেমান সৰু সৰু নৈত সোণ কমোৱা হৈছিল।

এই নৈবোৰত সোণ কমোৱা কাম কৰি বহুত পাইকে জীৱিকা নিৰ্ব্বাহ কৰিছিল। স্বৰ্গদেৱ জয়ধ্বজ সিংহৰ দিনত বাৰ হাজাৰৰ পৰা কুৰি হেজাৰলৈকে ; ৰাজেশ্বৰ সিংহৰ দিনত প্ৰায় ষোল হেজাৰ সোণোৱালৰ এই বৃত্তিয়েই উপজীব্য আছিল। সোণোৱাল বিলাকে কিমান সোণ কমাইছিল নিশ্চয়কৈ থিৰ কৰা টান। তথাপি বুৰঞ্জী, বিবৰণী আৰু বঙ্গাঘৰীয়া এত্‌লাৰ পৰা সবিশেষকৈ জানিব পাৰি যে মহাৰাজ জয়ধ্বজ সিংহৰ দিনত ৰাজভঁড়ালৈ প্ৰায় পাঁচ হেজাৰ তোলা সোণ আহিছিল। ৰাজেশ্বৰ সিংহৰ দিনত উজনি অসমৰ সোণোৱালে মহীয়া কৰ দিও ছয়-সাত হেজাৰ তোলা সোণ ওপৰঞ্চি স্বৰূপে ৰজাৰ ভঁড়ালত শোধাইছিল। স্বৰ্গদেৱ গৌৰীনাথ সিংহৰ দিনত সেই সোণোৱাল বিলাকৰ পৰাই বছৰি ৪০০০ চাৰি হেজাৰ তোলাকৈ সোণ তোলা হৈছিল। অসমত বৃটিচ সিংহৰ গোঁজৰণি উঠাৰ আগতে, ডাঙৰীয়া পূৰ্ণানন্দ বুঢ়া গোহাঁইৰ দিনত বছৰি দুহেজাৰ তোলাকৈ সোণ উজনি অসমৰ সোণোৱাল বিলাকৰ পৰা তোলা হৈছিল। গোটেই উজনি অসম বৃটিচৰ খাপ দখলিলৈ অহাত ব্ৰহ্মপুত্ৰৰ উত্তৰ পাৰে থকা চাৰি শ সোণোৱাল

পাইকৰ ওপৰত যেতিয়া কৰ বহুৱা হ'ল তেতিয়া অসমৰ শেষজন ৰজাৰ ভাগত ১৫০ কি ১৬০ গোট সোণোৱাল মানুহ হে ভাগত পৰিলগৈ। অসম-ৰজা ভাগিবৰ সময়ত, এই বিলাক সোণোৱালৰ বাহিৰেও বৰ সেনাপতিৰ দেশত আছিল ২৫০ কি ৩০০, বিশ্বনাথ আৰু সোণাৰি চাপৰিত আছিল ১০ কি ১৫ গোট লিথুৰি, কলনিচুক আৰু মৰঙ্গিতো আছিল কিছুমান। শদিয়া আৰু চৈখোৱাত ৪০।৬০ ঘৰমান সোণোৱাল আছিল। ৰজা থাকোঁতে, ব্ৰহ্মপুত্ৰৰ উত্তৰ পাৰে হে সৰহ ভাগ সোণোৱালে বসতি কৰিছিল। দক্ষিণ পাৰে থকা সোণোৱালৰ সংখ্যা তাকৰ—ৰজা ভাগিবৰ সময়ত মুঠেই ২৬ ঘৰহে আছিল। এইবিলাকত বাজেও, নামনি অসমৰ ধিং, সোণধনী, চতিয়া, চাতগাৰী নামে ঠাইৰ পৰা ৰজাৰ ভৰাললৈ সোণ আহিছিল। তদুপৰি, ৰজাৰ সঁজাতিয়ে ভোটৰ পৰ্ব্বতৰ পৰাও সোণ আনিছিল গৈ।

—শ্ৰীবেণুধৰ শৰ্ম্মা

---

**কঠিন শব্দৰ অৰ্থঃ—**

কমোৱা=নৈৰ পৰা পৰিষ্কাৰ কৰি উলিওৱা।

দ্ৰুৰুণী=সোণোৱালৰ সোণ ধোৱা কাঠৰ নাওঁ।

প্ৰশ্নঃ—[১] সোণ কমোৱা পদ্ধতিৰ এটা নিখুঁত বৰ্ণনা দিয়া।

# তৰাৰ সাধু

[ ডাঃ ৰোহিনীকান্ত বৰুৱা বিজ্ঞানৰ ছাত্ৰ আৰু বৰ্ত্তমান অসম মেডিকেল কলেজৰ অধ্যাপক। জটিল বিজ্ঞানৰ বিষয়সমূহ ঘৰুৱা ভাষাত লিখিব পৰাতে তেওঁৰ ৰচনা কৌশল নিৰ্ভৰ কৰিছে। তলৰ প্ৰবন্ধটি লিখকৰ 'বিজ্ঞানৰ সাধু'ৰ পৰা লোৱা হৈছে। ]

শৰৎকালৰ নীল আকাশত তৰাৰ মেল সঁচাকৈয়ে বৰ মনোহৰ। সৰু সৰু তৰাবে পৰা অৰন্তু কৰি কত ধৰণৰে নো তৰা নেদেখিবা! সকলোৱে মিলি যেন কিবা এটা খেলিছে—এবাৰ চকু দিলে চাই থাকিবৰহে মন যায়। এই তৰাবোৰ নো কি জানিবলৈ মন নেযায়নে?

বিজ্ঞানৰ সহায়ত আমি দূৰ দূৰণিত থকা এই তৰা-বোৰৰ বিষয়েও জানিবলৈ সমৰ্থ হৈছোঁ। সিহঁত আমাৰ পৰা কিমান দূৰত, সিহঁতনো কি দৰে চলিব লাগিছে, সিহঁতৰ ধৰণ-কৰণৰ বিষয় আমি বিজ্ঞানৰ আলমত দিনকে দিনে বেচিকৈ জানিব পাৰিছোঁ। বৈজ্ঞানিকসকলে দিনে-নিশাই অসাধাৰণ পৰিশ্ৰম কৰি ধৈৰ্য্যৰে সকলোবিলাক কথা জুকিয়াই ঠিকঠাক কৰি পেলাইছে। দূৰ-দূৰণিৰ এই তৰাবোৰৰ কথাও কিমান তন্নতন্নকৈ এই বৈজ্ঞানিকসকলে বিচাৰ কৰি উলিয়াইছে, তাৰ কথা ভাবিলেও আমি আচৰিত হব লাগিব।

আমাৰ ইয়াৰ পৰা তৰাবোৰ ইমান সৰু যেন দেখি —সিহঁত যেন টিমিকটামাককৈ জ্বলি থকা চাকি একোটিহে! কিন্তু দৰাচলতে সিহঁতৰ আকৃতি তাতকৈ লক্ষ লক্ষ গুণে ডাঙৰ। শুনি চক নাখাবা যে একোটা তৰা আমাৰ সূৰ্য্য-তকৈও ডাঙৰ; পৃথিবী সিহঁতৰ তুলনাত একো নহয়েই! আমাৰ সূৰ্য্যক লৈ যেনেকৈ এখন সৌৰজগত গঠিত হৈছে,




—সূৰ্য্যৰ চাৰিওফালে তেনেকৈ বুধ, বৃহস্পতি আদি গ্ৰহ ঘূৰিব লাগিছে—সেইদৰে একো একোটা তৰাৰে একো একোখন জগৎ আছে। তাৰে চৌদিশে আকৌ তেনেকৈ কিছুমান গ্ৰহ উপগ্ৰহ ঘূৰিব লাগিছে। এইদৰে অসংখ্য অসংখ্য জগৎ এই বিশ্বব্ৰহ্মাণ্ডত আছে। তেনেহলে ভাবি চোৱাচোন এই বিশ্বব্ৰহ্মাণ্ডখন কিমান বিশাল আৰু আমি তাৰ তুলনাত ক'ত? সঁচাকৈয়ে এই বিশ্ব ব্ৰহ্মাণ্ডখনৰ মহান নীৰৱ সৌন্দৰ্য্য

দেখি একেলগে ভয়, ভক্তি আৰু বিস্ময়ৰ উদয় নহয়নে?

পোহৰ বছৰ— তৰাবোৰ বাৰু ইমান সৰু দেখি কেলৈ? আমাৰ পৰা বহুত দূৰত আছে বুলিয়েই, বুজিছা। তৰাবোৰ আমাৰ পৰা কিমান দূৰত আছে, তাক সতকাই ভাবি উলিওৱা টান। আমি সাধাৰণতে এটা বস্তুৰ দূৰত্ব বুজাবলৈ গলে মাইল, গজ ইত্যাদি ব্যৱহাৰ কৰোঁ, নহয় জানো? তৰাবোৰৰ দূৰত্ব মাইল, গজেৰে বুজাবলৈ গলে কাগজ ভৰি যাব। তৰাৰ দূৰত্ব বুজাব পাৰি পোহৰৰ বেগেৰেহে, বুজিছা? সূৰ্য্য আমাৰ পৰা ৯৩,০০০,০০০ মাইল দূৰত আছে। সূৰ্য্যৰ পৰা আমালৈ পোহৰ আহিবলৈ ৮ মিনিট লাগে। পোহৰ প্ৰতি চেকেণ্ডত আহে— ১৮৬,০০০ মইলকৈ। পোহৰ এদিনত তেনেহলে কিমান দূৰ যাব ভাবি চোৱা। (১৮৬,০০০ × ৬০ × ৬০ × ২৪) মাইল নহবনে? এই পোহৰ এবছৰত কিমান যাব বাৰু? — (১৮৬ × ৬০ × ৬০ × ২৪ × ৩৬৫) মাইল নহয়নে? এবছৰত পোহৰে যিমান মাইল যাব সেই দূৰত্বৰ নাম বৈজ্ঞানিক সকলে দিছে— "পোহৰ বছৰ" তৰাবোৰৰ আমাৰ পৰা দূৰত্ব বুজাব পাৰি মাথো "পোহৰ বছৰেৰেহে"। তুমি যদি সোধা অমুক তৰাটো আমাৰ ইয়াৰ পৰা কিমান আঁতৰত, তেতিয়া মই ধৰা কলোঁ এহেজাৰ 'পোহৰ বছৰ' আঁতৰত আছে বুলি। তাৰ মানে এয়ে যে চেকেণ্ডত ১৮৬,০০০ মাইল যোৱা পোহৰৰ ৰেখা এটাই ইয়াৰ পৰা আজি যাত্ৰা কৰিলে ১০০০ বছৰৰ মূৰত সেই

তৰাটোৰ ওচৰ পাবগৈ। কিছুমান তৰা আমাৰ পৰা ২২০,০০০ "পোহৰ বছৰ"ৰো বেছি দূৰৈত আছে। আমাৰ আটাইতকৈ কাষৰ তৰাটো কিমান দূৰত আছে ক'ব পাৰানে? সি আমাৰ নিচেই ওচৰতে আছে—মুঠতে ২৬০০০০০০০০০০০০০ মাইলৰ আঁতৰতহে।

আকাশত তৰা বাৰু কিমান আছে কব পাৰানে? তুমি হয়তো ক'বা তাৰ লেখ দি কি শেষ কৰিব পাৰিম? হাঁহি উঠা কথাহে হ'ব তৰা লেখিবলৈ গ'লে, নহয়নে? মই হ'লে ক'ব পাৰোঁ তৰা কিমান আছে। ক'মনে? আমি আকাশত শুদা চকুৰে মাত্র ৬০০০ মান তৰা দেখিবলৈ পাওঁ। দূৰবীক্ষণ যন্ত্ৰ আৰু ফটোগ্ৰাফিৰ সহায়েৰে আমি জনাত প্ৰায় ৬০০,০০০,০০০ তৰা দেখোঁ।

হাতীপ'টি—বতৰ ফৰকাল থাকিলে আমি নীল আকাশত শৰৎকালি হাতীপ'টি দেখা পাওঁ। দেখিবলৈ হাতীপ'টিটো যেন পোহৰৰ আলিবাটটিহে। এই হাতীপ'টিটো আন একো নহয় প্ৰায় ৫০০,০০ মান তৰাৰ (একোটা সূৰ্য্য) থুপি। বহুত দূৰত থকাৰ কাৰণে আমি তাৰ তৰাবোৰ চিনিব নোৱাৰি পোহৰৰ মেলা হেন দেখোঁ। একোটা হাতীপ'টি প্ৰায় ৩২০০ পোহৰ বছৰৰ দূৰত আছে।

আকাশৰ বিছুমান অংশত একেলগে কিছুমান তৰা থুপ বান্ধি থকা দেখা যায়। এনেকুৱা শাৰীত পৰে আমাৰ সপ্তৰ্ষি মণ্ডল। আমাৰ শাস্ত্ৰৰ মতে সেয়া হেনো সাতজনা

ঋষি—তৰা হৈ তেওঁবিলাক আমাৰ চিৰস্মৰণীয় হৈ আছে। সেই সপ্তৰ্ষি মণ্ডলত আমাৰ পথালি চকুৰে মাথোঁ সাতোটাহে তৰা দেখোঁ। কিন্তু দূৰবীক্ষণ যন্ত্ৰৰ সহায়ত তাত আমি ৫০।৬০ টাৰো অধিক তৰা থুপ পাতি থকা দেখা পাওঁ।




নীহাৰিকা—আকাশত আৰু এটা মন কৰিব লগীয়া কথা আছে। দূৰবীক্ষণ যন্ত্ৰে চালে কিছু অংশত আমি কিছুমান এধানি এধানি পোহৰৰ থোপা দেখা পাওঁ। এইবোৰ ঠিক তৰাৰ থুপি বুলি ক'ব নোৱাৰি, কিয়নো সিহঁতৰ মাজৰ পৰা বেলেগ বেলেগ তৰা বাচি উলিয়াব নোৱাৰি। এইবোৰক আমি নীহাৰিকা বুলি কওঁ। কিছুমান নীহাৰিকা বৰ ক্ষমতাশালী দূৰবীক্ষণ যন্ত্ৰেৰে চালে অলেখ তৰাৰ সমষ্টি বুলি ধৰা পেলাব পাৰি।

তৰাবোৰৰ বিষয়ে আৰু এটা কথা কৈ থওঁ। কিছুমান তৰা আমি চকুৰে দেখোঁতে যদিও একেটা যেন দেখোঁ, তথাপি সি প্ৰকৃতপক্ষে দুটা তৰাৰ সমষ্টি। এনে তৰাক আমি যঁজা-

তৰা বুলিব পাৰোঁ। আমাৰ পৃথিবীৰ সুমেৰুৰ পোনে পোনে যিটো বৰ উজ্জ্বল তৰা আছে, সি এনে ধ্ৰুৱৰ।

আজি তোমালোকক মাথোঁ আকাশৰ তৰাৰ এটি সাধাৰণ ধাৰণাহে দিলোঁ। আকাশৰ জোন, বেলি, তৰাৰ কথা কৈ কিমান শেষ কৰিবা। ইয়াকে লৈ অলেখ কথা লিখিব পাৰি। একো একোটা তৰাৰ কথা লৈয়েই কিছুমান মানুহে জীৱন পাত কৰিছে। তথাপিও এই অসীম জ্ঞানৰ ভঁড়ালৰ একণিও আমি ভালকৈ জানিব পৰা নাই। নিতৌ নতুন কথা ওলায়েই আছে। বিজ্ঞানৰ ঋষিসকলে আকাশৰ তৰা, জোন, বেলি লৈয়েই সাধনা আৰম্ভ কৰিছে। দকৈ ভাবি চোৱাঁচোন এই বিৰাট বিশ্বব্ৰহ্মাণ্ডখন কেনেকৈ চলিছে। ইমান অগণন গ্ৰহতৰা আছে যদিও, তাত কিবা নিয়মৰ ব্যতিক্ৰম দেখিছানে? পৰস্পৰে পৰস্পৰক মহাকৰ্ষণী শক্তিৰ নিয়মমতে আকৰ্ষণ কৰি আছে, সেই কাৰণেই এই বিশ্বব্ৰহ্মাণ্ডখন শূন্যতে ওপঙি আছে। আমাৰ এই সৌৰজগতত সূৰ্য্যক কেন্দ্ৰ কৰি বুধ, শুক্ৰ আদি গ্ৰহ ঘূৰিছে। আকৌ সেইদৰেই একো একোটা তৰাই একো একোখন জগৎ লৈ চলি আছে—ক'তো একো হীনডেঢ়ি নঘটাকৈ। প্ৰত্যেকে যেন এই অসীম শূন্যত লয়লাসেৰে নাচিছেহে! কাৰোবাৰ যেন বন্দনাহে কৰিছে।

এই বিৰাট বিশ্বব্ৰহ্মাণ্ড দেখি সঁচাকৈয়ে আমাৰ ক্ষুদ্ৰতা আমি বুজি পাওঁ—ভাবিলে নিজৰে মন কোঁচ খাই যায় এই বিশাল সৃষ্টিত আমি ক'ত? তথাপি আমাৰ সান্ত্বনা।

এই খিনিতে যে আমি এই বিশাল বিশ্বৰ মহানতা কি, অলপ অলপ বুজিব পাৰিছোঁ। আমি আমাৰ সীমাবদ্ধ শকতিৰে এই বিশ্বচৰাচৰ কেনেকৈ চলিছে, অলপ জানিব পাৰিছোঁ। যি এই সৃষ্টিৰ মূল বিচাৰি নপৈ নিজকে ডাঙৰ বুলি ভাবি বহি থাকে, সি কিমান মূৰ্খ!

সৃষ্টিৰ এই মহানতা দেখি আমাৰ সততে মূৰ দোঁ খাই আছে; আমি কিমান জানিব লগীয়া কথা আছে ভাবিলে আচৰিত হওঁ! এই বিৰাট ব্ৰহ্মাণ্ড যিটো শক্তিৰ অধীনত চলিছে, ইমান সংযত ভাৱে অনাদি কাল ধৰি চলিব লাগিছে যে এই কথা অলপ পৰৰ কাৰণে ভাবিলেও সেই অনাদি শক্তিক আমি প্ৰণাম জনাম। আহা, আমি সেই বিশ্ব-খনিকৰৰ বাছকবনীয়া সৃষ্টি চাই তেওঁক আমাৰ ভক্তিভৰা সেৱা জনাওঁ।

শ্ৰীৰোহিনী কান্ত বৰুৱা—

---

**কঠিন শব্দৰ অৰ্থ:—**

তন্ন তন্নকৈ = সূক্ষ্মৰূপে; চালিজাৰি বিচাৰ কৰি।

ব্যতিক্ৰম = হীন ডেটি

**প্ৰশ্ন:—** টোকা লিখা:— [ক] "পোহৰ বছৰ", [খ] হাতীপ'টি, [গ] সপ্তৰ্ষিমণ্ডল আৰু [ঘ] নীহাৰিকা।

# ফুকনৰ ব্যক্তিত্ব

[ লোকপ্ৰিয় বৰদলৈ স্বাধীনতা সংগ্ৰামৰ প্ৰধান যুজাৰু আছিল। স্বাধীন অসমৰ তেৱেঁই প্ৰধান মুখ্য মন্ত্ৰী হৈছিল। স্বাধীনতা আন্দোলনৰ বিৰাট পটভূমিত অন্যতম নেতা ৺তৰুণৰাম ফুকনৰ লগত অন্তৰঙ্গ পৰিচয় পাবৰ তেওঁৰ সুযোগ ঘটিছিল। তাৰে আভাষ তলৰ প্ৰবন্ধটিত দিয়া হৈছে। ]

তৰুণৰাম ফুকনৰ জীৱনৰ পূৰ্ণতা ৰাজনীতিত হলেও তেখেতৰ কিছুমান আন প্ৰতিভাও আছিল, যাৰ দ্বাৰাই তেখেত অসমীয়াৰ মাজত আন প্ৰকাৰেও চিৰস্মৰণীয় হ'লহেঁতেন। মই সাহিত্যৰ মোল ভালকৈ বুজোঁ বুলি কব নোৱাৰোঁ, কিন্তু অসমীয়া সাহিত্য সমালোচকসকলৰ পৰা বুজা যায় যে ফুকন ডাঙৰীয়া ভাষাৰো কম কাৰিকৰ নাছিল। ইমান শুৱলা আৰু ভাৱ প্ৰকাশক শব্দ এনে সুন্দৰভাৱে কম শিল্পীয়েই ইতিপূৰ্ব্বে ব্যৱহাৰ কৰিছে বুলি মোৰ বিশ্বাস হয়।

নানা তৰহৰ কৰ্ম্মজীৱন আৰু নানা প্ৰতিভাৰ মাজেদি ফুকন ডাঙৰীয়াৰ কিছুমান অসাধাৰণ গুণ এনেদৰে ওলাই পৰিছিল যে পুনৰুক্তি হলেও তাক উল্লেখ নকৰাকৈ থাকিব নোৱাৰিলোঁ। মানুহৰ চৰিত্ৰ আৰু ব্যক্তিত্ব যি প্ৰকাৰেই গঠিত হওক, সকলো মানুহকে কাৰ্য্যৰ আধাৰ

বুলি ক'ব পাৰি। এই ব্যক্তিত্বৰ প্ৰকাশ মনুহৰ কথিত ভাষাত "দোষ" আৰু "গুণ" সমূহত ওলাই পৰে। আমি বেছি ভাগ লোকেই মানুহৰ দোষ-গুণ বিচাৰ কৰিয়েই মানুহক তুলাচনীত জোখোঁ আৰু আমাৰ মতামত প্ৰকাশ কৰোঁ।



তৰুণ ৰাম ফুকন

গুণ-গ্ৰাহী লোকসকলে গুণবিলাক গ্ৰহণ কৰি, গুণ উপসনা কৰি নিজক আৰু সমাজক উন্নত কৰিবলৈ চেষ্টা কৰে। সেই দৰে, কুৰুচিপূৰ্ণ লোকসকলে দোষখিনিহে বেচিকৈ দেখে, বহুত সময়ত তাকে অতিৰঞ্জিত কৰি, কেৱল যে নিজৰ

চিত্তকেহে কলুষিত কৰে এনে নহয়, "সৎ আৰু সত্যৰ জয়" ইত্যাদি নীতিবিলাকত সমাজকে অবিশ্বাসী কৰি তোলে। সামাজিক হিচাবে প্ৰত্যেকজন নেতাৰ দোষ আৰু গুণ সাময়িক ভাৱে হ'লেও সমাজৰ ওপৰত প্ৰতিবিম্বিত হয় আৰু সেই কাৰণেই বুৰঞ্জী-লিখক আৰু জীৱনী-লিখকে সেইবিলাক আলোচনা কৰিবলৈ বাধ্য হয়। ফুকনৰ অসাধাৰণ ব্যক্তিত্বও এইদৰে বাইজৰ আগত দোষ আৰু গুণৰ সমষ্টিৰে মিলিত হৈ ওলাইছিল। সেইবিলাক চমুকৈ আলোচনা কৰিবলৈ গ'লেও দেখা যাব যে তেখেতৰ দোষ থকা বুলি ধৰি ল'লেও তাৰ দ্বাৰাই সমাজৰ ওপৰত কোনো প্ৰকাৰ অন্যায়ৰ প্ৰভাৱ বিস্তাৰ কৰা নাই। অত্যধিক বিলাসিতা, সাময়িকভাৱে কাৰ্য্যত শিথিলতা ইত্যাদি কিছুমান দোষ মানুহে তেখেতৰ গাত দিয়ে। বিশ্লেষণ কৰি'ল দেখা যায়, এইবিলাকে বিশেষ ভাৱে সমাজক নোছোৱে। এই দোষবিলাকৰ ফল তেখেতে ব্যক্তিগত হিচাবেহে ভোগ কৰিব লগাত পৰিছিল। কিন্তু তেখেতৰ মহৎ গুণ সমূহৰ কাৰণে অকল নিজকেই নহয়, সমস্ত সমাজকে ইমান আগ বঢ়াই থৈ গৈছে যে সমাজ তেখেতৰ ওচৰত চিৰকৃতজ্ঞ হৈ থাকিব লাগিব। তেখেতৰ এই গুণ সমূহৰ কাৰ্য্যৰ দ্বাৰাই ইয়াকো প্ৰমাণ কৰি থৈ গৈছে যে মনুষ্য-সমাজৰ উন্নতি সজনীতি অনুসৰণৰ দ্বাৰাইহে হ'ব পাৰে। পুনৰুক্তি হলেও তেখেতৰ দুই এটি মহৎ গুণ সুকীয়াকৈ আলোচনা কৰিলোঁ।

প্ৰথম গুণ—তেখেতৰ আত্মনিৰ্ভৰশীলতা আদৰ্শ স্বৰূপ। ছাত্ৰ জীৱনৰ পৰা আৰম্ভ কৰি জীৱনৰ শেষ মুহূৰ্ত্তলৈকে এই মহাশক্তিয়ে তেখেতক এখন্তেকো এৰা নাছিল। "মোক পৰমেশ্বৰে সকলো শক্তিয়েই দিছে; তেনে অৱস্থাত কোনো কথাৰ কাৰণে আনৰ ওপৰত কিয় নিৰ্ভৰ কৰিম?" এই নীতি তেখেতে যেনেকৈ গাৱেঁ গাৱেঁ প্ৰচাৰ কৰি ফুৰিছিল, তেনেকৈ নিজৰ জীৱনৰ প্ৰত্যেক ক্ষণতে তাৰ প্ৰমাণ দিছিল। এই আত্মনিৰ্ভৰশীলতাৰ কাৰণে তেখেত এজন অপূৰ্ব্ব নিৰ্ভীক লোক আছিল। তেখেতে যি কাম সজ বুলি ভাবিছিল, তাক কৰিবলৈ কোনো কষ্ট বা নিৰ্য্যাতনৰ ভয়ত, কোনো অপমান বা হিংসাৰ ভয়ত কেতিয়াও ভয় নকৰিছিল। অসহযোগ আন্দোলনৰ যুঁজত খোজ লওঁতে তেখেতৰ অলপ পলম হৈছিল সঁচা; কিন্তু খোজ লোৱাৰ পিছত এপদো পিছ-হোঁহকা নাছিল। সেইদৰে স্বৰাজ আন্দোলনত, আনকি অসমত মন্ত্ৰিত্ব গ্ৰহণ সম্বন্ধে আন্দোলনতো একে নিৰ্ভীকতাৰ পৰিচয় দিছিল। প্ৰত্যেক বাৰেই এই স্বাধীন চিন্তা আৰু নিৰ্ভীকতাৰ ফলত—নিৰ্য্যাতন, কাৰাগাৰ, অপমান ইত্যাদি ভোগ কৰিবলৈ অলপো সঙ্কোচ নকৰিলে। এই অদম্য সাহসৰ পৰিচয় তেখেতৰ ব্যক্তিগত জীৱনতো পোৱা গৈছিল। তেজপুৰলৈ যাওঁতে প্ৰলয়ঙ্কৰ বতাহত ডুবিব লগীয়া জাহাজ ৰক্ষা কৰা সেই শক্তিৰে পৰিচায়ক মাত্ৰ। এই মহাশক্তিৰ কাৰণেই তেখেত এজন নিভাঁজ আৰু প্ৰকৃত জননায়ক

আছিল— যাৰ তুলনা অসমত ইমান বিৰল।

ফুকন ডাঙৰীয়াৰ ত্যাগ সম্বন্ধে মই আন ঠাইতো উল্লেখ কৰিছোঁ। দেশৰ আৰু দহৰ কাৰণে খৃঃ ১৯২১ চনত তেখেতে যি ত্যাগৰ আদৰ্শ দেখুৱালে, তাক অসম-বাসী আৰু ভাৰতবাসীয়ে পাহৰিব নোৱাৰে। ফুকন ডাঙৰীয়াৰ ত্যাগ অকল উচ্চ বিষয়, ধন বা সম্পদতে সীমাবদ্ধ হৈ থকা নাছিল। অসহযোগ আন্দোলনত যোগ দিয়াৰ লগে লগে তেখেতসকলৰ পুৰণি কলীয়া বংশজাত অভিমান আৰু নিজস্ব ভাৱ কিছুমানো পৰিত্যাগ কৰিব লগাত পৰিছিল। তেখেতৰ এই ত্যাগো ইমান পূৰ্ণ আৰু দ্বিধাশূন্য যে তেখেতৰ এই পৰিবৰ্ত্তনত মানুহে আচৰিত নামানি নোৱাৰিছিল। এই ত্যাগৰ কাৰণেই তেখেতে দুখীয়াৰ দুখ ভালকৈ বুজিবলৈ সমৰ্থ হৈছিল। আনপক্ষে এই কাৰণেই তেখেতে ইমান উদাৰ ভাৱাপন্ন আৰু সকলোৰে প্ৰতি সহানুভূতিপূৰ্ণ আছিল। ফুকন ডাঙৰীয়া হিন্দু-মুচলমান সম্মিলনৰ ইচ্ছা এই উদাৰ ভাৱৰ চানেকী মাথোন।

ফুকন ডাঙৰীয়াৰ ব্যক্তিত্বৰ ভিতৰত সকলোতকৈ বেছি লক্ষ্য কৰিব লগীয়া গুণ আছিল তেখেতৰ বিকাৰশূন্য প্ৰকৃতি। এই বিষয়েও তেখেত এজন অসাধাৰণ লোক আছিল বুলি কব পাৰি। পৰমেশ্বৰে তেখেতৰ প্ৰকৃতি যেন নিৰ্ব্বিকাৰ, আনন্দময় কৰি পঠিয়াইছিল। তেখেতৰ জীৱনৰ শেষত কেই বছৰমানৰ ভিতৰত মানুহৰ মানসিক কষ্ট যিমান-

খিনি হব পাৰে, তিমানখিনিয়ে তেখেতক আগুৰি ধৰিছিল; কিন্তু নিৰ্ব্বিকাৰভাবে সেইবিলাক সহ্য কৰিবলৈ তেখেতে যি মহাশক্তি পাইছিল, সেইটো পৰমেশ্বৰৰ মহৎ দান বুলি কব পাৰি। নিজৰ স্নেহৰ কন্যা, লব্ধপ্ৰতিষ্ঠ জোৱাঁই, প্ৰাণাধিকা স্ত্ৰী, অতি শ্ৰদ্ধাস্পদ ডাঙৰ ককাই সহোদৰসদৃশ বন্ধু এটি এটিকৈ তেখেতে হেৰুৱালে। ৰাজহুৱা আৰু ঘৰুৱা ধাৰৰ বোজাত নিজৰ থকা ঘৰ-দুৱাৰ পৰ্য্যন্ত বিপন্ন হৈ পৰৰ হস্তগত হবৰ উপক্ৰম হ'লহি। আনপিনে দুটাকৈ নিৰ্ব্বচনত হৰা অপমান সহ্য কৰিবলৈ বাধ্য হ'ল। নিয়তী আৰু মানুহে যেন সমানে তেখেতক নিৰ্য্যাতন দিবলৈ চেষ্টা কৰিছিল। কিন্তু জীৱনৰ কঠোৰ ধুমুহাত ফুকনক কোনোবাই বিচলিত হোৱা দেখিছিল নে? বিশ্ব-চৰিত্ৰ-চিত্ৰকৰ চেক্সপিয়াৰে ইয়াতকৈ অনেক লঘুতৰ অৱস্থাত ৰজা লিয়াৰ (King Lear) ক পগলাৰ ভাও দিলে। বাস্তৱ ৰাজ্যত সাধাৰণ মনুষ্য জীৱনত এনে অৱস্থাত কত লোকৰ ধৈৰ্য্যচ্যুতি হৈ সংসাৰৰ লগত ঘনিষ্ঠ সম্পৰ্কক ত্যাগ কৰা উদাহৰণ কত পাইছোঁ। ফুকন ডাঙৰীয়া কিন্তু নানা দুখ, কষ্ট আৰু অপমানৰ হেঁচাত অভিভূত হোৱা দূৰত থাকক, সদায় আনন্দময় হৈহে আছিল। তেখেতক সমবেদনা জনাবলৈ যোৱা কোনো কোনো লোকে ফুকনৰ লগত কথা বাৰ্ত্তা হোৱাৰ পিচত নিজৰহে স্ত্ৰী কন্যা হেৰুৱাই পোৱা শোকৰ বোজা সাময়িক ভাবে হলেও পাতলাইছিল, আৰু নিজৰ দুৰ্ব্বলতাৰ নিমিত্তে মনে মনে লাজ পাইছিল। মই তেখেতৰ এই মহাশক্তিৰ কথা ভাবিলে

আজিও আচৰিত হওঁ। প্ৰকৃততে মই ভাবিব নোৱাৰোঁ পৃথিবীত সাংসাৰিক লোকৰ ভিতৰত কেইজনৰ এনে সংযম আছে।

এই শক্তিৰ কথা ভাবিলে ফুকনক এজন প্ৰকৃত মহাপুৰুষ বুলি নধৰি নোৱাৰি। ঠাট্টাৰ ছলত মোক তেখেতে কেইবাদিনো কৈছিল, "সন্যাসীৰ ঘৰৰহে লোক আমি—আজি মহাসুখত আছোঁ, দৰকাৰ হলে কমণ্ডলু হ'তত লৈ বাহিৰ ওলাম।" আচলতে এই মহাত্যাগ, সংযম, ধৈৰ্য্য বিকাৰ-শূন্যতা আৰু আনন্দ, ফুকনৰ স্বাভাৱিক আছিল। এনে মহাশক্তিবিলাক লাভ কৰিবলৈ কত যোগীয়ে সমস্ত জীৱন সাধনা কৰিও কৃতকাৰ্য্য হব পৰা নাই। ফুকন ডাঙৰীয়াৰ সেইবিলাক কেনেকৈ আয়ত্ত হ'ল ? বহুতে হয়তো নাজানে বাহ্যিক, নানা তৰহৰ কৰ্ম্মময় জীৱন সত্বেও ফুকন ডাঙৰীয়া এজন প্ৰকৃত ঈশ্বৰবিশ্বাসী লোক আছিল। সেই বিশ্বাস কোনো নিৰ্দ্দিষ্ট পন্থৰ নহব পাৰে; সেই বিশ্বাস হয়তো দৈনিক ফুল-চন্দনৰ পূজা সেৱাত দেখা নগৈছিল, কিন্তু তথাপি এইটো কব পাৰি যে তেখেতৰ সনাতন ধৰ্ম্ম-বিশ্বাসৰ শিপাই তেখেতৰ জীৱনৰ স্তৰে স্তৰে আৰু কৰ্ম্মজীৱনৰ দৈনন্দিন কাৰ্য্যত অদৃশ্যভাৱে খোপনি লৈ আছিল। গীতাৰ প্ৰিয় শ্লোকৰ ভিতৰত তেখেতে "ত্বয়া হৃদিকেশেন হৃদিস্থিতেন যথা নিযুক্তোঽস্মি তথা কৰোমি" উচ্চাৰণ কৰা মই বহুদিন শুনিছিলোঁ। মোৰ পূৰ্ণ বিশ্বাস, তেখেতে জীৱনৰ প্ৰত্যেক ডাঙৰ ঘটনাকে পৰমেশ্বৰৰ ইচ্ছা

বুলি গ্ৰহণ কৰিবলৈ শক্তি পাইছিল। সেই কাৰণে ইবলা তেখেতে জীৱনৰ মহৎ কৃতিত্বৰ উৎসাহৰ ভিতৰত যেনেকৈ, জীৱনৰ নিষ্ঠুৰ অপায়-অমঙ্গলৰ মাজতো তেনেকৈ চিদানন্দময় স্বৰূপক দেখা পাইছিল। এই চিদানন্দ পৰমেশ্বৰৰ জ্যোতি তেখেতৰ আত্মাত এনে প্ৰৱলভাৱে বিস্তাৰ কৰি আছিল যে তেখেতৰ সংস্পৰ্শত অহা সকলো লোকক নিজৰ নানা অপায় অমঙ্গল সত্বেও সেই জ্যোতিৰ ভাগ সমানে বিলাই দিবলৈ তেখেত সমৰ্থ হৈছিল।

—গোপীনাথ বৰদলৈ

— —

# মগনিয়াৰ

[তৃতীয়াক ধন-বিত্তেৰে সহায় কৰিবলৈ আমি সমৰ্থৱান নহব পাৰো; কিন্তু 'এনেকুৱা সাদৰী মাতৰ' অভাৱ কাৰো নাই। মিঠা মাত আৰু বিনয় বচনেৰে জগত মোহিব পাৰি।]

মই বাটেদি গৈ আছিলোঁ—এটা বুঢ়া, বেমাৰী, হাড় ছাল ওলোৱা মগনিয়াৰ আহি মোৰ ওচৰত থিয় হ'ল।

তাৰ ওঁঠ শেঁতা, চকু দুটা ৰঙা আৰু গাত ফটা

কাপোৰ……হৰি হৰি! সি দুখত পৰি কেনেকুৱা হৈছে—চকুৰ আগতে দৰিদ্ৰতাৰ কেনে জ্বলন্ত শোক লগা দৃশ্য! সি সেই উখহা অপৰিষ্কাৰ হাতখন মেলি মোক সহায় খুজিলে। মই চোলাৰ মোনাত হাত সুমাই একোকে নাপালোঁ— টকা নাই, ঘড়ী নাই, অইন কি এখন উৰ্মালো নাই, মই মোৰ লগত একোকে অনা নাছিলোঁ। মগনিয়াৰটোৱে তেতিয়াও মোৰ ওচৰতে হাত পাতি থিয় হৈ আছে—আৰু তাৰ দুৰ্ব্বল শৰীৰ কঁপিবলৈ ধৰিছে।

মই এনেদৰে থাকিব নোৱাৰি লৰালৰিকৈ তাৰ হাত দুখন সাৱটি ধৰিলোঁ আৰু কলোঁ—"ককাই, মোৰ ওপৰত খং নকৰিবা, মোৰ হাতত একোৱেই নাই।" মগনিয়াৰটোৱে আচৰিত হৈ মোৰ হাত দুখন ধৰি অতি কষ্টেৰে মাত লগালে, "কি হ'ল, একো কথা নাই—ইয়াৰ কাৰণেও অশেষ ধন্যবাদ—ইও যে এটা দান।

ময়ো বুজিলোঁ যে মোৰ এজন লগৰীয়াৰ পৰা ময়ো এটা দান পালোঁ।

শ্ৰীযতীন্দ্ৰ নাথ দুৱৰা

**কঠিন শব্দৰ অৰ্থঃ—**

মগনিয়াৰ=ভিক্ষাৰী; খুজি মাগি ফুৰা মানুহ।
শেঁতা=নিস্তেজ, বিবৰ্ণ।

প্ৰশ্ন—(১) "ময়ো বুজিলোঁ যে মোৰ এজন লগৰীয়াৰ পৰা ময়ো এটা দান পালোঁ।
লিখকে উল্লেখ কৰা "লগৰীয়া" জন কোন? তেওঁ পোৱা "দান"টো কি? উদ্ধৃত কথাখিনিৰ পৰা লিখকৰ চৰিত্ৰৰ বিষয়ে কেনে ধাৰণা হয়?

---

# দুইভাই

[ শ্ৰীযুতা ত্ৰৈলোক্যেশ্বৰী দেবী স্বৰ্গীয় বি, এ, জগন্নাথ ভাণ্ডাৰীৰ সহধৰ্ম্মিনী। শ্ৰীযুতা ত্ৰৈলোক্যেশ্বৰী দেবীয়ে আমাৰ দেশত সিচৰতি হৈ থকা ভালেমান সাধু সংগ্ৰহ কৰি জাতীয় সম্পত্তি সংৰক্ষণত সহায় কৰিছে। 'দুইভাই' লিখিকাৰ 'সাধুকথা'ৰ পৰা দিয়া হৈছে। ]

এজন খেতিয়কৰ দুজনী ঘৈণীয়েক আছিল। দুইৰো দুটা ল'ৰা আছিল। বৰজনীৰ পুতেক মাধৱ আৰু সৰুজনীৰ পুতেক কেশৱক বাপেকে পাঠশালা স্কুলত নাম লগাই দিছিল। বাপেকৰ বহুত মাটি আছে, তিনি চাৰিটা ভঁৰাল ধানেৰেই খুন্দখাই থাকে। ধান বেচি বহুত টকা পইচা আৰ্জ্জি

দুই ঘৰ সুখেৰে আছিল। পাছে ল'ৰা দুটাক পঢ়াই-শুনাই ক ধনী-মানী কৰিবৰ মনেৰে স্কুলত নাম লগাই দিয়াৰ প দিনৰ পাছতে বাপেক ঢুকাল। অকণ অকণ ল'ৰা টুৰে মাক দুজনী বৰ বিপদত পৰিল। ইমানবোৰ মাটি-বাৰী ল বকমে চলাই-কৰাই খোৱাই টান হ'ল। যেই হওক জনী বৈণীয়েক বৰ চতুৰা আৰু জনা-বুজা আছিল। তেওঁৰ দ্ধিৰ বলত মাটিবোৰ আধি দি ধানেৰে ভঁৰাল ভৰাই থৈ বে বেচি কিনি ল'ৰা দুটিক পঢ়াই শুনাই ভালনতে ঘৰখন াই আছিল।

সৰুজনী বৰ অকলা, কিন্তু হিংসাকুৰীয়া আছিল। ই বৰজনীলৈ বৰ হিংসা ভাব লৈ থাকে। বৰজনী যে ইমান ৰা আৰু ইমান পাৰ্গত, সেইটোৱেই সৰুজনীৰ হিংসা। জনীয়ে কিবা এটা বেয়া কাম কৰিলেও সেইটো কিবা টা ভালকেহে কৰিছে বুলি সৰুজনীয়ে ভাবে। অৰ্থাৎ জনীয়ে মাটি এডোখৰো সোণ বুলি থাপে যদি তাই ছে যেতিয়া সেই মাটিডোখৰ নিশ্চয় সোণ হব বুলি সৰুজনীয়ে কৈ ভাবি লয়। এই বকমে কিছুদিন যোৱাৰ পাছত জনীৰ নৰীয়া হ'ল। তাইৰ গুণৰ বাবে শুশ্ৰূষা কৰোঁতা -চুবুৰীয়াৰে ঘৰ ভৰি থাকিছি। তেওঁৰ বেমাৰ লাহে লাহে চিহ হৈ যাবলৈ ধৰিলে।

। ভাল হোৱাৰ আগন্তুক নাই যেন দেখি এদিন জনীয়ে সতিনীয়েকক ওচৰলৈ মাতি আনি কলে

"আইটি, মই আৰু সৰহদিন নাবাচোঁ। তোমাক ঘৰ-বাৰী আৰু ল'ৰা দুটি গতালোঁ। পাছে মাধৱকো তোমাৰ লৰাটিৰ দৰে মৰম চেনেহ কৰিবা। পিছে মাধৱৰ বাবেহে মোৰ এটা বৰ চিন্তা লগত যাব লগা হ'ল। সি বৰ চোকা-লৰা যেন দেখি মোৰ মনত বৰ ভয় হৈছে। এতিয়াবে পৰা তাৰ পঢ়া শুনাত ইমান ধাউতি আৰু এতিয়াবে পৰা সকলো কামতে বা সকলো কথাতে আগৰণুৱা হৈ ফুৰা স্বভাৱ মই একৱাৰ নোৱাৰিলোঁ, এইটোহে মোৰ মনত বৰ দুখ থাকিব। যেই হওক তুমি আছা যেতিয়া, এইবিলাক কথালৈ চকু দিবা আৰু তোমাক খাটিলোঁ। তুমি তাক মাছ, মঙহ, ঘিঁউ, গাখীৰ, কণী আৰু গৰম ভাত অ'প্লা সদায় খাবলৈ নিদিবা। পইতা কৰকৰা আদি খাবলৈ দিবা। সকৰে পৰা এনেবোৰ শক্তিকৰ বস্তু খাবলৈ দিয়া বেয়া। আৰু সদায় পঢ়াত লাগি থাকিবলৈ বা স্কুললৈ যাবলৈ পৰাপক্ষত নিদিবা, আৰু ৰাজহুৱা সভা-সমিতি আদিলৈকো যাবলৈ নিদিবা। সেইবোৰত ফুৰিলে লৰা বেয়া হয়।" ইয়াকে কৈ তেওঁ অলপ শান্তি পালে। কাৰণ তেওঁ জানিছিল যে তেওঁ কোৱা কথাৰ বিপৰীত হে কৰিব।

দিন চেৰেকৰ পাছত মাধৱৰ মাক ঢুকাল। মাহীয়েকে সতিনীয়েকৰ কথাৰ বিপৰীতে মাধৱক সদায় গৰম ভাত কৰি খুৱাই স্কুললৈ পঠিয়াই দিয়ে। গা মূৰ অসুখ বুলি কোনো দিনা যাব খুজিলে বলেৰে পঠিয়াই দিয়ে। আৰু কেশৱক

পইতা-কৰকৰা বাহী অ'গুা খাবলৈ দিয়ে, কাৰণ সতিনীয়েকে যি কৈছিল, সেইটো ধ্রুব সত্য বুলি ভাবিছিল আৰু কেশৱক ইটো সিটো লাচনি পাচনি কৰাই স্কুলৰ সময়টো নিয়ায়। প্রথমতে কেশৱে এই কথাত বেয়া পাইছিল যদিও পাছলৈ ভালহে পোৱা হ'ল। কাৰণ লাচনি পাচনি কৰি থাকোঁতে পঢ়িবলৈ সময় নোপোৱাত কোনো দিনা স্কুললৈ গ'লে পঢ়া দিব নোৱৰা বাবে পণ্ডিতে মাৰে। তদুপৰি তিনি চাৰি দিনৰ মূৰত এদিন গলেও মাৰে। গতিকে মাকে তাক আবদ্ধকৈ ৰখাত বেয়া নোপোৱা হ'লগৈ। পাছলৈ আৰু স্কুললৈ যোৱাৰ নামকে নোকোৱা হ'ল। মাকে এই কথাত বৰ ভাল পালে। মাধৱে লগত লৈ যাব খুজিলে মাকে নানা ওজৰ আপত্তি দেখুৱাই য'বলৈ নিদিয়ে। এইদৰে কেশৱক ঘৰৰ ভিতৰৰ পৰা ওলাব নিদিয়ে। হাট-বজাৰ কৰিবলৈ মাধৱক পঠিয়ায়। ক'ৰবাত মেল দোৱান সভা আদি হলেও মাধৱক যেনে তেনে পঠিয়ায়। কেশৱক সেইবোৰৰ পৰা কোনো ৰকমে ৰখায়। গতিকে কেশৱ সাধাৰণ হালোৱা চহৰীয়াৰ দৰে ডাঙৰ হ'ল। কোনো এটা ভাল কাম, ভাল কথা ন'জানে।

মাধৱ বছৰ চেৰেকৰ মূৰত পঢ়াই শুনাই পাৰ্গত হল। গাৱঁত কোনো এটা দায় জগৰ লাগিলে ৰাইজে মাধৱৰ পৰামৰ্শ লয়হি; আৰু সেইমতে জগৰ ভাঙে। মাধৱ সকলোৰে ৰৰমূৰীয়া হ'ল। ঘৰলৈ মানুহ হো-হোৱাঁই আহি

থাকে, কেশৰে তামোল খঁপাত দি তং নাপায়। এইদ
মাধৱ যেতিয়া ডনা বুজা হ'ল, তেতিয়া মাটি-বাৰী বুজি-ব
লৈ কিছুমান আধি দিলে, কিছুমানত খেতি কৰিবলৈ ধৰিলে
কোনো বায়তে আৰু আগৰ দৰে ফাঁকি দি এদ পূ
ঠাইত পঞ্চাশ পূৰা দিব নোৱৰা হ'ল। তেতিয়া বাপেৰ
দিনতকৈও ধান-চাউলৰ কাববাৰ ডাঙৰ হ'ল। এতি
ইনান জয়-জয় ময়-ময় হোৱা দেখি সকলোৱে মাধৱক প্ৰশং
কৰিবলৈ ধৰিলে। তাতে মাধৱে পঢ়া-শুনা কৰি স্কুলৰ মাষ্ট
কাম এটাও পালে। গতিকে মানে-খাতিৰে, ধনে-জ
নদন-বদন হ'ল।

এইবোৰকে দেখি শুনি মাহীয়েক আৰু ভায়ে
মাধৱৰ মাকৰ টেঙবালি বুজিব পাৰি খং, বেজাৰ আৰু হিংস
অস্থিৰ হ'ল। নিজৰ পুতেকক নপঢ়াই আৰু কলৈকো ওলাবৈ
নিদি মূৰ্খ কৰি তাৰ যে সৰ্ব্বনাশ কৰিলে, এই ক
বুজি মাক পুতেক দুয়ো নানান ফন্দি পাতি মাধ
কেনেকৈ সৰ্ব্বনাশ কৰিব, তাৰেই আলচ পাতিবলৈ ধৰিলে
বহুদিন আলচ পাতিও কেনিও একো উপায় উলিয়
নোৱাৰি, শেষত ককায়েকক মাৰি পেলোৱাকে স্থিৰ কৰি কেশ
সদায় গধূলি দা ধৰায়। ভাগ্যক্ৰমে মাকো লাহে লাহে
টেঙৰ হ'ল, মাকে ভাবিলে যে ককায়েকক কাটিলে তা
বজা-ঘৰৰ পৰা কাঁচি কাঠত তুলিব, ইয়াকে ভাবি পুতেৰ
সদায় মানা কৰি থাকে। কিন্তু পুতেকে কোনোমতে মা

নহয় দেখি মাকৰ মনত সদায় চিন্তা হ'বলৈ ধৰিলে। যাতে কাটিব নোৱাৰে, তাৰে চেষ্টা কৰি ফুৰিবলৈ ধৰিলে।

মাকে ভাবি ভাবি এটা ফন্দি উলিয়াই পুতেকক ক'লে "তই মাধৱক কাটি নিজে ফাঁচি গৈ মৰিব নালাগে। মই এটা ফন্দি কৰি তাক মাৰিম, কেৱে নেজানিব।" ইয়াকে কৈ পুতেকক ক্ষান্ত কৰালে। সৰুৰে পৰা মাধৱৰ সাপ, বেং, জেঠি, সকলোলৈ ভয় আছিল আৰু কেনেবাকৈ সেইবোৰ পায় বুলি শঙ্কা কৰি ফুৰে। এই কথা জানি মাহীয়েকে তাৰ চল চাই ফুৰিছে। এদিন দেওবাৰে দুপৰীয়া খাই-বৈ নিচিন্ত মনেৰে মাধৱ ঘোৰ-ঘোৰাই মুখ মেলি শুই আছিল। এনেতে মাহীয়েক সোমাই গৈ হায়ে-বিয়েকৈ চিঞৰিবলৈ ধৰিলে, মাধৱে সাৰ পাই কি হ'ল বুলি সোধাত ক'লে "বোপাই ঐ, কি কম। তই শুই থাকোঁতে মুখদি সাপ এটা তোৰ পেটলৈ সোমাই গ'ল।" এই কথা শুনি ভয়তে মাধৱ বিমূৰ্চ্ছিত হৈ পৰিল। পাছত চেতন পাই পেটত সাপে লুৰালুৰি কৰা যেন পালে। সেইদিনাৰ পৰা ভয়তে মাধৱ উঠিবই নোৱৰা হ'ল। অনেক ডাক্তৰ, কবিৰাজ, বেজ আদি লগাই চিকিৎসা কৰিছে। আৰু পেটত সাপ থাকিব নোৱাৰে বুলি অনেক বুজাইছে, তেও কিন্তু একোতে মান্তি নহয়। সদায় পেটত সাপে কেৰমেৰায় যেন হে গম পায়, একো খাব নোৱাৰে, কিবা অলপ খালেও ততালিকে বতিয়াই পেলায়।

এইদৰে ছমাহমান শয্যাগত হৈ আছে; প্ৰথমতে খবৰ কৰিবলৈ আৰু শুশ্ৰূষা কৰিবলৈ অহা মানুহে ঘৰে নধৰা হৈছিল। পাছত যেতিয়া মাধৱ মৰিব বুলি খিৰাং হ'ল, তেতিয়া আৰু লাহে লাহে মানুহে আওকাণ কৰিবলৈ ধৰিলে। সিহঁতৰ ওচৰত সদায় মূৰ দোঁৱাই থকা সিহঁতৰ ৰায়তবিলাকেও মাধৱ কেতিয়া মৰিব আলেঙে আলেঙে খবৰ লৈ থাকে। কোনোৱে কয় সন্ধ্যা পৰত যাব, কোনোৱে কয় ৰাতিটো থকাই টান। এইদৰে কোৱা-মেলা কৰি থাকে। মাধৱ ৰক্ষা নপৰে বুলি জানি আগৰ দৰে ৰায়তে খান-ধন নিদিয়া হ'ল। ধান কিনি নিয়া মানুহেও দাম নিদিয়া হ'ল। আজি দিম কালি দিম কৰি থাকে। পইচা বিচাৰি গলে টাঙোন লৈ ঘৰলৈকে খেদি আহে। মাক পুতেকে কেতিয়াবা একোষাৰ খংমুৱাকৈ ক'লে ব'ক থাক তহঁতক খুৱাম, তহঁতক ধানৰ বেপাৰ কৰাম বুলি ভাবি দিয়ে। ইফালে সিহঁতৰ ভঁৰালৰ ধানখিনিও নাইকীয়া হ'ল। কোনে কেতিয়া নিয়ে, একো কব নোৱাৰে। আৰু তাক সন্দেহ কৰি একোষাৰ কলেও মাৰিবলৈ খেদি আহে। লাহে লাহে সিহঁতৰ জেওৰা চকোৱাবোৰ নো কোনে কেতিয়া ভাঙি নিলে, তাৰো ঠিকনা নোহোৱা হ'ল। ৰাতিয়ে দিনে জাকে জাকে গৰু বাৰীৰ পৰা নোলোৱা হ'ল, গৰু খেদাই দিলেও গৰুৰ গিৰীহঁতে আমাৰ গৰু ইমানকৈ মাৰিছ কিয়, কিবা খাইছে যদি খানাত নিদিয় কিয়, জেওৰা-জপনা দি নলৱ কিয়, বুলি হাই-কাজিয়া কৰি খেদি

আছে। মুঠতে সিহঁতৰ কেনিও একো উপায় নোহোৱা হ'ল। অতিকৈ অকামিলা দেখি মানুহে চল পাই সিহঁতক যি ইচ্ছা তাকে কৰিবলৈ ধৰিলে। বাৰীৰ বস্তু, শস্য, সাৰ যাকে যি লাগে অবাধে লৈ যায়। ভয়তে ইহঁতে একো নামাতে। গতিকে সিহঁত তাত থাকিবই নোৱৰা হ'ল। ঘৰ-বাৰী এৰি আন ঠাইলৈ যাবগৈ লগা হ'ল, যাবনো ক'লৈ যাবলৈকো ঠাই নাই।

ইফালে মাধৱ কলপ্ কলপ্ কৰি আছে, নমৰেও নিজীয়েও। এইদৰেই বছেৰেক শয্যাগত হৈ আছে। কেশৱৰ মাক পুতেকে তেতিয়া বুজিলে ধন-বিদ্যা নহলে মানুহৰ মান নাই, আৰু মান নহলে কেৱে নামানে; সেই গতিকে এই গতি হয়। মাধৱৰ ধন বিদ্যাৰ গুণতে ইমান দিন জয়-জয় ময়-ময় হৈ আছিলোঁহক, এতিয়া দেখোন সি মৰিব লগীয়া হ'লতে আনাৰ এই দুৰৱস্থা হ'ল। এতিয়া মাধৱ মৰেহে লাগে' সি মৰিলে আমি ক'লৈ যাম কি গতি হব? আমাক ইহঁতে ঘৰতে মাৰি থৈ যাবহি। এইবিলাক ভাবি চিন্তি মাক পুতেক দুয়ো কি উপায়েৰে মাধৱক জীয়াব, তাৰে উপায় ভাবি ফুৰিবলৈ ধৰিলে, আৰু ভাবি চিন্তি এদিন পুতেকৰ হতুৱাই অলপ দূৰৰ পৰা বেজ এটা মতাই আনি সঁচতীয়া টকা কেইটামান দি সকলো কথা বুজাই ক'লে। আৰু নৰিয়াৰ পেটত সাপ সোমাইছে বুলি চিন্তা সোমাই এনে হৈছে; তুমি জাৰি থাকিবা মই মৰা সাপ এটা অনাই থ'ম, সাপ ওলাহি গ'ল বুলি বিশ্বাস লগাব পাৰিলেই বেমাৰ ভাল হ'ব আৰু

তুমিও ভাল বঁটা বক্‌চিচ পাবাঁ ; ইয়াকে কৈ মাধৱকো ক'লে "বোপাই এইজন বেজতকৈ আৰু সাপৰ ডাঙৰ বেজ দুনিয়াত নাই ; এওঁৱেই সাপ উলিয়াব পাৰিব।"

বেজেও ভালদৰে বিশ্বাস লগাই দিলে যে সাপ স্বৰ্গতে থাওক বা পাতালতে থাওক, তেওঁ নিশ্চয় উলিয়াই আনিব। এই কথা শুনি মাধৱে আগ্ৰহেৰে চকু মেলি চালে। তেতিয়া বেজৰ কথাৰে কেশৱে কিছুমান বিহলঙনি আনি দিলে। বেজে মাধৱক কোবাই কোবাই জাবিবলৈ ধৰিলে। এই দৰে বহুত পৰ জৰাৰ পাছত পেটটো বৰকৈ মুৰামুৰি কৰি পকাই ফুৰিছে বুলি কলে, বেজে কলে বোলে মন্ত্ৰৰ কোবত সাপে তৎ পোৱা নাই, কেনি ওলাও কেনি ওলাও কৰিছে, আপুনি চকু মুদি থাওক মই শৌচৰ দুৱাৰেদি উলিয়াই দিম। ইপোনে মাধৱৰ গাততো ভালদৰে হুচ নায়েই, তাতে জাবি থাকোঁতে অলপ ক'লামলাকৈ টোপনি অহা দেখি বেজৰ ইঙ্গিত পাই কেশৱে লাহেকৈ মৰা সাপটো মাধৱৰ বিচনাত থলে, আৰু মাক পুতেক দুয়ো সাপ ওলাল ঔ সাপ ওলাল বুলি চিঞৰি-বাখৰি টাঙোনেৰে সাপটো ধুম ধুমকৈ মাৰিবলৈ ধৰিলে। চিঞৰ শুনি মাধৱে চকু মেলি চাই মৰা সাপ এটা তেওঁৰ বিচনাৰ পৰা কেশৱে দাঙি নিয়া দেখিলে, মাহীয়েকে ক'লে "বোপাই, তোৰ পেটৰ সাপটো শৌচৰ দুৱাৰেদি ওলাই আহিল। আমি মৰিয়াই মাৰিলোঁ।"। বেজে ভালকৈ বিশ্বাস লগাই দিলে। যেতিয়া

সাপ ওলাই গ'ল বুলি মাধৱৰ বিশ্বাস হ'ল, তেতিয়া মাক পুতেক দুয়ো ভালকৈ পথ্য দিবলৈ ধৰিলে, লাহে লাহে আহাৰ খাব পৰা হ'ল। আৰু দুমাহ মানৰ ভিতৰতে মাধৱ ওলাই সোমাই ফুৰিব পৰা হ'ল। মাধৱৰ ভালে হৈছে বুলি শুনিবৰ পৰা খবৰ লবলৈ অহা মানুহ আকৌ হো-হোৱাবলৈ ধৰিলে। তিনি চাৰি মাহৰ মূৰত মাধৱ কামলৈ যাব পৰা হ'ল। শতুৰালি কৰা মানুহবোৰ আকৌ জঁয় পৰি লেউ-সেউ হৈ পৰিল। ইফালে মাধৱৰ সুখ-সম্পদ দেখি ডাঙৰ মানুহৰ ছোৱালী এজনী দিলেহি। মাধৱে বিয়া কৰাই ভায়েককো ছোৱালী এজনী বিয়া কৰাই আনি মাহীয়েক আৰু দুয়ো ভাই মিলেৰে সৈতে বৰ সুখত দিন নিয়াবলৈ ধৰিলে।

শ্ৰীত্ৰৈলোক্যেশ্বৰী দেবী বৰুৱানী

**কঠিন শব্দৰ অৰ্থ :—**

থুন্দ্ খাই—ঠাহখাই থকা; পৰিপূৰ্ণ।
ধাউতি—আগ্ৰহ, হাঁপ।
ফন্দি—কৌশল

**প্ৰশ্ন:—** "নিজৰ নাক কাটি সতিনীৰ যাত্ৰা ভঙ্গ কৰা" কথাটো কেশৱৰ মাকৰ আচৰণত পৰিলক্ষিত হয়নে? কেশৱৰ মাকৰ নিৰ্বুদ্ধিতাৰ পৰিণাম কি?

# ইজিপ্টৰ পৰিচয়

[ যি সকল অসমীয়া লিখকে আধুনিক দৃষ্টি-ভঙ্গীৰ পৰা অসমীয়া সাহিত্য চৰ্চ্চা কৰিছে, তেওঁলোকৰ ভিতৰত অধক্ষ্য শ্ৰীযুত হেমকান্ত বৰুৱাই শীৰ্ষস্থান অধিকাৰ কৰিছে। শ্ৰীযুত বৰুৱাই নতুন দৃষ্টি-ভঙ্গীৰে অসমীয়া সাহিত্য সমালোচনা কৰিছে আৰু অসমীয়া সংস্কৃতি বিশ্লেষণ কৰিছে। তেখেতৰ প্ৰত্যেকটি প্ৰবন্ধ নতুন তথ্য আৰু অভিনৱ চিন্তাৰে উজ্জ্বল। ]

ইজিপ্ট বুলিলে মনত পৰে আকাশ-স্পৰ্শী পিৰামিড্, চেক্‌চপিয়েৰে জনপ্ৰিয় কৰা ক্লিয়পেট্ৰাৰ ৰোমাঞ্চ-সনা কাহিনী, আৰু নীলনৈৰ ঢৌ। দৰাচলতে আফ্ৰিকা মহাদেশৰ উত্তৰ-পূৰ অঞ্চল বিয়পি থকা বহল মৰুভূমিৰ দাঁতি কাষৰীয়া দেশ ইজিপ্ট এচমকা সাৰুৱা উপত্যকাহে। ইজিপ্টৰ কালি ইংলণ্ডৰ সাত গুণ। আনহাতে খেতিৰ উপযুক্ত সেই দেশৰ চাৰি ভাগৰ এভাগহে। লিবিয়া মৰুভূমিৰ, চিনাই উপদ্বীপ, পীত সাগৰৰ পাৰৰ পৰ্ব্বত মালা সকলো ইজিপ্টৰ ভিতৰত পৰে। নীল নদ, হ্ৰদ, খাল ইত্যাদিৰে পূৰ অঞ্চল সমূহ মাটি-কালিৰ এশ পঁচিচ ভাগৰ এভাগ।

ইজিপ্টৰ আদিম অধিবাসী সকলক “মাচৰ” বোলা

হয়। ইয়াৰ পৰা দেশখনৰ নাম মিচৰ হৈছে। তেওঁলোকৰ মানত মিচৰ দেশ মানে নীল নৈৰ বদ্বীপ অঞ্চল। ইয়াৰ দৈৰ্ঘ্য ৭৫০ মাইল। এই অঞ্চল অধিক সাৰুৱা। খেতিৰ বাবে ই উপযোগী। ইয়াতেই পোন প্ৰথমে ইজিপ্টীয় সভ্যতাই পোখা মেলে বুলি কোৱা হয়। দৰাচলতে পৃথিবীত ইজিপ্টৰ নিচিনা ক্ৰম পুতলৰ দেশ দ্বিতীয় আৰু নাই। উৰা-জাহাজৰ পৰা চালে ইয়াৰ প্ৰমাণ বঢ়িয়াকৈ ওলাই



পিৰামিড্

পৰে। এখন যেন হালধীয়া বৰণৰ খনীয়াৰ বুকুত কলপতীয়া এদাল আঁচহে, নীল নৈৰ সেউজীয়াখিনি।

ইজিপ্টত বৰষুণ বৰ তাকৰ। বছৰটোৰ ভিতৰত বাৰিষাৰ কাল এসপ্তাহতকৈ সৰহ নহয়। খেতিৰ বাবে পানীৰ বৰ অভাৱ। দৰাচলতে ইয়াত পানী সোণ যেন

আপুৰুগীয়া। ভালেমান দূৰৈৰ পৰা পথাৰলৈ পানী কঢ়িয়াই আনিব লগা হয়। তেনে ধৰণৰে অনা পানী আকৌ অতি যত্নেৰে বাষ্প হৈ উৰি নোযোৱাকৈ ৰাখিব লগা হয়। নহলেই মৰণ—আকাল, অনাটন।

খেতিৰ দিনত দেশখন দেখিবলৈ অতি মনোৰম হয়। শস্যৰে ভৰপূৰ পথাৰবোৰ যেন একোখন সেউজীয়া সৰোবৰহে। পাৰবোৰ ৰঙা মাটিৰে বন্ধোৱা। ওখ গছবোৰৰ সেউজীয়া পাত আৰু পথাৰৰ কোমল সৌন্দৰ্য্য সম্ভাৰে সপোন-পুৰীৰ মায়াজাল আঁকে। আনহাতে য-ধানৰ হাতী-দঁতীয়া ৰহন পুৰঠ হৈ যেতিয়া সোণোৱালী হয়, সিও তেতিয়া এক শোভাৰেই সৃষ্টি কৰে। ইজিপ্টত কপাহৰ খেতি সৰহকৈ হয়। লানি নিচিগা কপাহৰ কোমল বগা থোপাবোৰে পথাৰৰ বুকুলৈ আকাশৰ বগা ডাৱৰ নমায়। ইজিপ্টবাসীয়ে ৰঙৰ সম্ভাৰ-ৰাশি বিধে বিধে চিনি পায়। আন ঠাইৰ আচহুৱা মানুহৰ চকুত ই সিমান সূক্ষ্ম ভাৱে ধৰা নিদিয়ে। ই ইজিপ্টৰ জন-জীৱনৰ নিজা বস্তু।

লানি নিচিগা উটৰ শাৰী আৰু নৈৰ বুকুৰ পাল তৰা নাও— এয়ে ইজিপ্ট। খেতিৰ বাবে সাৰুৱা মাটিৰ অভাৱ নাই গতিকে কতো এচমকাও মাটি পৰি নথকাকৈ বিবিধ শস্যৰ খেতি হয়। ফুলৰ বাগিছা বা মনোৰম পাৰ্ক সাজি বিলাসিতা কৰিবলৈ ইজিপ্ট-বাসীৰ সুযোগ সুবিধা নাই। ছজন মানুহৰ একোটা পৰিয়াল সাত বিঘা মান মাটিৰ

উৎপাদনৰে জীৱিকা নিৰ্ব্বাহ কৰিব লগা হয়।

জলফাই গছৰ ছাঁত জিৰণি লোৱা গাধৰ জাক, খাল-ডোঙত লৈটি লোৱা ম'হ ইত্যাদি ইজিপ্টৰ গাৱঁলীয়া জীৱনৰ সাধাৰণ দৃশ্য। জলফাই আৰু ডিমৰু গছ ইয়াত উভৈনদী।

ইজিপ্টৰ তিৰোতা সমাজ শ্ৰমজীৱী। পুৰুষৰ সমানে সমানে তেওঁলোকে পথাৰত একেলগে কাম কৰে। গছৰ তলত তেওঁলোকে একে লগে জিৰণি লয়। কামৰ অন্তত পুৰুষে তিৰোতাই একেলগে আহাৰ খায়। মূৰত পানীৰ কলহ হৈ উলটি অহা তিৰোতাৰ লানিয়ে গাৱঁলীয়া জীৱনৰ মাধুৰ্য্য ফুটাই তোলে। সাধাৰণতে খাল বা কুঁৱাৰ পৰা পানী চকৰি লগাই তোলা হয়।

ইজিপ্টীয় কৃষকৰ মানত মৰুভূমি সংস্পৰ্শহীন বস্তুহে। ই দেশৰ অংশ নহয়। আনহাতে চাৰিওফালে আগুৰি থকা সাগৰ যি দৰে ইংলণ্ডবাসীৰ আপোন, সেই একেদৰে বিস্তৃত মৰুভূমি ইজিপ্টবাসীৰ আপোন। অতীতত চেক্চন সমাজে মৃত বীৰৰ দেহ জ্বলি থকা জাহাজত তুলি সাগৰৰ বুকুত উটাই দি সংকাৰ কৰিছিল। সেই একে দৰে, অতিজৰ কথাই নাই, আজিও ইজিপ্টবাসীয়ে মৰুভূমিৰ বুকুত মৃতকৰ সংকাৰ কৰে। অতীজত ইজিপ্টবাসীয়ে "ফেৰোৱা" সকলৰ সম্মানাৰ্থে মৰুভূমিতহে পিৰামিড্ সাজিছিল।

ইজিপ্টৰ লোক সংখ্যা ১৭,০০০,০০০; দেখাত ই

ইংলণ্ডৰ জন-সংখ্যাৰ দুগুণ। কাইৰো চহৰৰ লোকসংখ্যা ১,৫০০,০০০। কাইৰো আৰবীয় "অ'ল্-কাহিৰা"ৰ পৰা উৎপত্তি হৈছে। জনসাধাৰণৰ মাজত কাইৰো চহৰ "মাচৰ" নামেহে জনাজাত। চহৰখন নীল নৈৰ ব-দ্বীপৰ দক্ষিণ ভাগত অৱস্থিত।

জীৱিকা অর্জ্জনৰ প্রণালীৰ ওপৰত জাতীয় ৰীতি-নীতি বহুতখিনি নির্ভৰ কৰে। ইজিপ্টৰ জনসাধাৰণ বিশেষকৈ কৃষি-জীৱী। স্বভাৱতে তেওঁলোক দলপ্রিয়। ইজিপ্টৰ গাৱঁে ভূঁয়ে শিক্ষাৰ প্রতি বৰ বেছি আগ্রহ দেখা যায়। অতি কষ্ট কৰি হ'লেও মাক-বাপেকে ল'ৰা-ছোৱালীক শিক্ষা দিয়ে। নতুন বস্তুৰ প্রতি গাৱঁৰ ৰাইজৰ এটা স্বভাৱগত আকর্ষণ আছে। অৱস্থাৰ অলপ উন্নতি হলেই খেতিয়ক সমাজেও একোটা বেদিঅ' আৰু গা-ধোৱা ঘৰৰ আধুনিক সাজ গোটাই লয়। ইজিপ্টৰ খেতিয়ক সমাজ সাধাৰণতে পৰিশ্রমী, সৰল আৰু লাজকুৰীয়া। খেতিয়ক সমাজে ৰং-ধেমালি, হাঁহি-স্ফুর্ত্তি কৰিব জানে। ৰং-ধেমালিয়ে পৰিশ্রমৰ হেঁচা বহুখিনি লাঘব কৰে। এওঁলোক বেচ সমাজ প্রিয়। অলপতে চা-চিনাকি হৈ আপোন হৈ পৰিব পৰা শক্তি অসাধাৰণ। ইংলণ্ডৰ জনসাধাৰণৰ লগত এই খিনিতে ইজিপ্টীয় জনসাধাৰণৰ অমিল। অমিল হোৱা কাৰণ হৈছে মূলগত। ইজিপ্টৰ জনসাধাৰণ হৈছে কৃষি-জীৱী, ইংলণ্ডৰ জনসাধাৰণ শিল্পজীৱী। প্রতিদ্বন্দিতা, বাণিজ্য-গোপনীয়তা, লাভৰ আশা, একচেতীয়া ব্যৱসায় ইত্যাদিৰে

ভৰপুৰ শিল্প-জগতত বাক-সংযম বিশেষ আৱশ্যক। গতিকে শিল্পজীৱী ইংলণ্ডৰ জনসাধাৰণ দৰাচলতে বাক-সংযত। আৰু হাতে কল কাৰখানাৰ বনুৱাৰ বাবে মনোযোগিতা বিশেষভাবে দৰ্কাৰ। অন্যমনস্ক হৈ বনুৱাই হাঁহি চুপতি মাৰিবলৈ হলে কল কাৰখানৰ কাম নিসিজে। জীৱিকা নিৰ্ব্বাহৰ পন্থাই এনেদৰে মানৱ প্ৰকৃতিৰ ওপৰত প্ৰভাৱ বিস্তাৰ কৰে।

সাধাৰণ ইজিপ্টীয়ৰ কলা-কৌশল মন কৰিব লগীয়া। নৃত্য-গীত ইজিপ্টীয় জাতীয় জীৱনৰ অপৰিহাৰ্য্য বস্তু। হাঁহি বিবিণ্ডি থকা একোখন অন্তৰ, অদৃষ্টত অতল বিশ্বাস, সহন-শীলতা ইত্যাদি ইজিপ্টবাসীৰ জাতিগত সম্পদ। পৃথিবী জুৰি কৃষি জীবীৰ প্ৰকৃতিৰ বহুখিনি মিল দেখা যায়। নীল নৈৰ প্ৰভাবো যে এওঁলোকৰ ওপৰত পৰা নাই এনে নহয়। ইজিপ্টত হিংস্ৰ বনৰীয়া জন্তু নাই বুলিলেও সৰহ কোৱা নহয়। খেতিৰ বহল প্ৰসাৰে হাবি বন ধ্বংস কৰিছে। খাল খান্দি পথাৰলৈ পানী অনা ব্যৱস্থাৰ ফালৰ পৰা ইজিপ্ট পৃথিবীৰ বহুত দেশৰ তুলনাত আগবঢ়া।

বাৰিষাৰ ধলত নীল নৈত ওপঙি আহে পৰ্ব্বতীয়া গছৰ গুটি। বিধে বিধে চৰায়ে সোঁতৰ লগত কেৰ মাৰি আকাশত উৰা মাৰে। লগতে ওপঙি আহে নানাবিধ মাছ, মহ-ডাঁহৰ থোপা আৰু ঘঁৰিয়ালৰ জাক। এই উৎসৱত যোগ দিবলৈ ভূমধ্য সাগৰ পাৰ হৈ এচিয়া আৰু ইউৰোপৰ পৰা নানা বিধ হাঁহ, কুৰেইল, ফ্লেমিংগো, লেপউইং ইত্যাদি

চৰাই আছে। ইজিপ্টৰ আদিম অধিবাসীসকলে বাৰিষালৈ বৰ ভয় কৰিব লগা হৈছিল। বান পানীৰ হাত সাৰিবলৈ বুলি তেওঁলোকে ওখ ঠাইত আশ্ৰয় লৈছিল নাইবা পানীত ভুঁৰ সাজি দিনে নিশাই ওপঙি ফুৰিছিল। তেওঁলোকে মাছ ধৰি বা চিকাৰ কৰি জীৱিকা নিৰ্ব্বাহ কৰিছিল। পানীত উটি অহা বনৰীয়া ম'হ ঘৰচীয়া কৰিছিল। এয়ে হ'ল ইজিপ্টৰ আদিম অধিবাসীৰ বুৰঞ্জী।

খেতিৰ সময় চোৱা, শস্য জোখা, মঠ মন্দিৰ গঢ়া, নাও সজা ইত্যাদি জীৱনৰ বিবিধ দৈনন্দিন কামৰ যোগেদি আদিম মানুহে অঙ্ক, বিজ্ঞান, জ্যামিতি, জ্যোতিৰ্জ্ঞান আদিৰ বতৰা পাইছিল। কিছুমান অঙ্ক তেওঁলোকে সহজে কৰিব পাৰিছিল।

অতীজৰ ইজিপ্টত চিকিৎসা বিদ্যা অতি আগবঢ়া আছিল। মৃতদেহ সংৰক্ষিত কৰিব পৰা ক্ষমতাই ইয়াৰ প্ৰমাণ যোগায়। কবি হোমাৰ আৰু ঐতিহাসিক হিৰোডেটাচ উভয়ে ইজিপ্টৰ চিকিৎসক আৰু বিশেষজ্ঞসকলৰ কথা কৈ গৈছে। ইজিপ্টীয় সকলেই পোন প্ৰথমে কেষ্টৰ অইল, কৰিয়েণ্ডাৰ, গাৰলিক ইত্যাদিৰ আবিষ্কাৰ কৰে।

ভাস্কৰ্য্য, কলা-কৌশল ইত্যাদিৰ পিনৰ পৰা এসময়ত ইজিপ্টে পৃথিবীৰ ভিতৰত শীৰ্ষস্থান অধিকাৰ কৰিছিল। ইয়াৰ সংস্কৃতিৰ পোহৰত আনকি গ্ৰীক সংস্কৃতিও বহুখিনি মলিন হৈছিল। গঠন বিশালতা আৰু সূক্ষ্মতাই আজিও অতীজৰ

গৌৰৱ ঘোষণা কৰে। উদাহৰণ স্বৰূপে পিৰামিডৰ কথা কব পাৰি। নীল নৈৰ পাৰৰ ভাস্কৰ্য্য সমূহেও সেই একে কথাকে কয়। ভাস্কৰ্য্য,কলা-কৌশল, চিত্ৰাঙ্কণৰ আৰ্হি ইত্যাদি প্ৰকৃতিৰ বুকুৰ পৰা আহৰণ কৰা হৈছিল। কৰণিক্, ডেয়াৰ অলবাহাৰি, ফিলাই দ্বীপৰ আচিচৰ মন্দিৰ ইত্যাদি পৃথিবীৰ শ্ৰেষ্ঠ বস্তু। বৰ্ত্তমান বিশ্ববিদ্যালয়ৰ ঘৰবোৰ নতুন আৰু পুৰণি ইজীপ্টীয় আৰ্হিৰ সুন্দৰ মিল বুলিব পাৰি।

অজন্তাৰ ছবিবোৰৰ দৰে ইজিপ্টৰ পুৰণি ছবিবিলাকত জীৱনৰ সামঞ্জস্য জিলিকি থকা দেখা যায়। এহাতে দেৱ-দেবী, ৰজা, মহাৰজাৰ ছবি; আনহাতে খেতিয়ক, কাঠমিস্ত্ৰী, ৰাজমিস্ত্ৰী, পথাৰৰ বনকৰা তিৰোতা ইত্যাদি সৰ্ব্বসাধাৰণ জীৱনৰ ছবি। প্ৰাচীন চিত্ৰকৰে জীৱনৰ ছবি আঁকিছিল; গুটি সিঁচা, শস্য উৎপাদন কৰা, ৰন্ধা-বঢ়া, নাও সজা ইত্যাদি জীৱনৰ বিবিধ ৰং এইবোৰত প্ৰকাশ পাইছিল। কৰণাক মন্দিৰৰ গাত অঙ্কিত ছবিবোৰ চালে "নেচনেল গেলেৰিত" জাতীয় জীৱন প্ৰকাশিত হোৱা যেন লাগে। আনকি দৈনন্দিন জীৱনৰ অস্ত্ৰ-শস্ত্ৰ, আহিলা-পাতি ইত্যাদি এই ছবিবোৰত প্ৰকাশ পোৱা দেখা যায়।

কাকত উৎপাদন ইজিপ্টৰ অতি পুৰণি ব্যৱসায়। ৬ষ্ঠ শতিকালৈ পৃথিবীৰ ভিতৰত এই বিষয়ে ইজিপ্টেই একমাত্ৰ আগবঢ়া দেশ আছিল। আলেকজে-ন্দ্ৰিয়াৰ দাৰ্শনিকে আম্মাৰলেণ্ডৰ পুৰোহিতে, গ্ৰীচৰ

কবিয়ে ইয়াকে ব্যৱহাৰ কৰিছিল। যুগে যুগে সভ্য জগতৰ চিন্তাধাৰা ইজিপ্টৰ কাকতৰ জৰিয়তে সংৰক্ষিত হৈ আহিছে। নহলে কাকতৰ অভাৱত ভূ-মধ্য সাগৰীয় অবিবাহিকাৰ সভ্যতা-সংস্কৃতি জীয়াই থকা অসম্ভৱ হলহেঁতেন।

সাহিত্য জগতত ইজিপ্টৰ অৰদান লেখত লব লগীয়া। ফিনিচিয়ানসকলে ব্যৱসায় বানিজ্য কৰাৰ লগে লগে ইজিপ্টৰ সাহিত্য, গীত-বাদ্য নি গ্ৰীচৰ দ্বীপপুঞ্জত মেলিছিল গৈ। আৰব্য উপন্যাসৰ সাধুবোৰ ৰুচিয়া আৰু জাৰ্ম্মান ভাষাত জাহ যোৱাদি ইজিপ্টৰ পুৰণি সাহিত্য গ্ৰীচত জাহ গৈছিল। ইজিপ্টীয় কবিতাৰ লেখত লব লগা উৎকৰ্ষ হৈছিল। শব্দ-যোজনা, উপমা ইত্যাদিৰ ফালৰ পৰা ইয়াক পুৰণি গ্ৰীক গীতি-কবিতাৰ ভালেখিনি সমকক্ষ বুলিব পাৰি। অৱশ্যে ভাৱৰ গাম্ভীৰ্য্যৰ ফালৰ পৰা ই পুৰণি গ্ৰীক কবিতাৰ অকনো কাষ চাপিব পৰা নাছিল। পুৰণি ইজিপ্টীয় কবিয়ে সাধাৰণতে পাতল গীত ৰচনা কৰিছিল। মদপীৰ বাবে, হালোৱাৰ বাবে, পথাৰত কামকৰা গাভৰুৰ বাবে এওঁলোকে জন-গীত ৰচনা কৰিছিল। এলিজাবেথৰ যুগৰ গীতি কবিতাৰ দৰেই এইবোৰ মধুৰ, সুন্দৰ, নতুন।

নৃত্য গীতৰ ফালৰ পৰা ইজিপ্টীয় নৱজীৱন বৰ চহকী। ৰতাহত কঁপা খাগৰি, বান পানীত নচা নৈ, আকাশত উৰা চৰাই প্ৰত্যেকটো ভঙ্গিমাই এই জন-নৃত্যবোৰত প্ৰকাশ পোৱা দেখা যায়। পুৰণি ভাস্কৰ্য্যৰ ছবিবোৰত

ইয়াৰ প্ৰমাণ জিলিকি আছে। নৃত্য-গীত জনসাধাৰণৰ হাড়ে-হিমজুৱে সোমাই থকা বস্তু। এই বিষয়ে ইজিপ্টীয় নাৰী-সমাজৰ দান লেখত লব লগীয়া। অতীজতে নৃত্য-গীত আছিল প্ৰতীক ধৰ্ম্মী। অচিবিচৰ লগত ই সংযুক্ত আছিল। বৰ্ত্তমান পুৰণি অৰ্থ জনসাধাৰণে পাহৰি পেলাইছে। অৱশ্যে নৃত্যৰ ধৰণ আৰু ভঙ্গীমা সাল-সলনি নোহোৱাকৈ বহুখিনি ৰক্ষা হৈছে।

পুৰণি ইজিপ্টীয় সভ্যতা-সংস্কৃতি ভালেখিনি যে আগবঢ়া আছিল, সেই বিষয়ে কাৰো সন্দেহ থাকিব নোৱাৰে। সাধাৰণতে এইখিনিতে এটা প্ৰশ্ন হয়, এনেদৰে ঠন ধৰি উঠা ইজিপ্টৰ সংস্কৃতি-সভ্যতাৰ পতন হবলৈ পালে কেনেকৈ? এই প্ৰশ্ন আন সভ্যতাৰ সংস্কৃতি বিষয়েও হব পাৰে। একালত ভাৰতীয় আৰু চীন দেশীয় সংস্কৃতিয়ে পৃথিবী জোৰা খ্যাতি লভিছিল। সেই সভ্যতা-সংস্কৃতিৰ পতন হল কিয়? এই প্ৰশ্নই বহুত চিন্তাশীল মানুহকেই বিব্ৰত কৰিছে। প্ৰত্যেক দেশৰে কিছুমান স্বকীয়া কাৰণ আছে সঁচা, তাৰোপৰি কিছুমান উমৈহতীয়া কাৰণ যে নাই এনে নহয়। বিখ্যাত জাৰ্ম্মান দাৰ্শনিক স্পেংলাৰে তেখেতৰ 'ডিকলাইন অব দি ৱেষ্ট” কিতাপত এই প্ৰশ্নৰ সমাধান দিবলৈ যত্ন কৰিছে। তেখেতৰ মতে সভ্যতা সংস্কৃতিৰ বুৰঞ্জী মানৱ জীৱনৰ বিবিধ স্তৰৰ লগত তুলনা কৰিব পাৰি। যি দৰে প্ৰত্যেক জীৱৰ জন্ম হয়, বাঢ়ি আহে আৰু অৱশেষত মৃত্যু

হয়, সেইদৰে প্ৰত্যেক সভ্যতা বাঢ়ি আহে, ঠন ধৰে অৱশেষত পতন হয়। এই তথ্য খৃঃ ১৯৪৮ চনত প্ৰকাশ পোৱা "চিভিলিজেচন অন ট্ৰায়েল" বোলা কিতাপৰ গ্ৰন্থকাৰ টয়নৃবিয়ে মানি লব নোখোজে। তেখেতৰ মতে মানৱ জীৱনৰ স্তৰৰ লগত তুলনা কৰি সভ্যতাৰ বুৰঞ্জীৰ বিষয়ে মত প্ৰকাশ কৰিবলৈ যোৱাটো ভুল কথা। টয়নৃবিয়ে কয় প্ৰত্যেক যুগৰে এটা ধৰ্ম্ম আছে। ইয়াক যুগধৰ্ম্ম বোলা হয়। যুগধৰ্ম্মৰ লগত নিজকে খাপ খুৱাই ৰাখিব নোৱাৰিলেই পতন অনিবাৰ্য্য। সভ্যতা, সংস্কৃতিৰ উত্থান, পতনৰ গুৰি কথা ইয়াকে বুলিব পাৰি। প্ৰাচীন ইজিপ্টীয় সভ্যতা সংস্কৃতিৰ পতন হৈছে। আনহাতে নতুন সভ্যতা সংস্কৃতিৰ পোহৰ অ'ৰ-ত'ৰ পৰা পৰিছে। পোহৰে এন্ধাৰ আঁতৰাই। এই পোহৰত ইজিপ্টৰ সভ্যতা সংস্কৃতি আকৌ নতুন ৰূপত দেখা দিব। ই সঁচা কথা।

শ্ৰীহেম কান্ত বৰুৱা

---

## কঠিন শব্দৰ অৰ্থ

সামঞ্জস্য = পৰস্পৰ মিল।
বিব্ৰত= কোনো সিদ্ধান্তলৈ আহিব নোৱাৰা।
আচহুৱা — নিচিনা নজনা।

---

# চৰ্দ্দাৰ বল্লভ ভাই পেটেল

[ চৰ্দ্দাৰ বল্লভ ভাই পেটেলে ভাৰতবৰ্ষক কেৱল স্বাধীন কৰিয়েই থৈ যোৱা নাই ; সমগ্ৰ ভাৰতক এক লগ কৰাত আৰু শাসনৰ শৃঙ্খলা লগোৱাত তেওঁৰ দান অপৰিসীম। এই প্ৰবন্ধত চৰ্দ্দাৰ পেটেলৰ জীৱনৰ ডাঙৰ ডাঙৰ ঘটনা কেইটিমান উল্লেখহে মাথোন কৰা হৈছে। শ্ৰীযুত ভট্টাচাৰ্য্য উঠি অহা অসমীয়া লিখক সকলৰ ভিতৰত অন্যতম।]

চৰ্দ্দাৰ বল্লভভাই পেটেলৰ জীৱন এখন দীঘলীয়া সংগ্ৰামৰ বুৰঞ্জী। এই সংগ্ৰাম হৈছে—ভাৰতৰ স্বাধীনতা আন্দোলন আৰু মুক্তি সংগ্ৰাম। ত্ৰিশ বছৰৰো অধিক কাল চৰ্দ্দাৰ পেটেলে ভাৰতৰ মুক্তি আন্দোলন আৰু স্বাধীন ভাৰত নিৰ্ম্মাণত অক্লান্তভাৱে কাম কৰিছিল। মুক্তি সংগ্ৰামৰ এজন সৈনিক, তাৰ পিচত ক্ৰমে সংগঠক, সেনাপতি, উৰ্দ্ধতন কৰ্ত্তৃপক্ষ আৰু শাসন নিৰ্ব্বাহক ৰূপে বিভিন্ন ভূমিকাৰে চৰ্দ্দাৰ পেটেলে তেওঁৰ দীঘলীয়া কৰ্ম্মজীৱন কৰ্ত্তব্যমুখৰ আৰু কৃতকাৰ্য্যতা পৰিপূৰ্ণ কৰি থৈ গৈছে। তেওঁৰ ৭৫ বছৰীয়া জীৱন কাল ভাৰতীয় জাতীয় জাগৰণৰ এটি ঘটনাবহুল আৰু গৌৰৱময় যুগ।

খৃঃ ১৯৫০ চনৰ ১৫ ডিচেম্বৰ তাৰিখে মহাত্মাৰ পদৰেণুপূত

বোম্বাইৰ বিৰলা ভৱনত চৰ্দ্দাৰ পেটেলৰ ইহ জীৱনৰ সামৰণি পৰে। মহাত্মা গান্ধীৰ একনিষ্ঠ সেৱক আৰু ভক্ত স্বৰূপে সত্য আৰু অহিংসাৰ পথেদি তেওঁ দেখুৱালে কৰ্ম্মযোগৰ উজ্জ্বল আদৰ্শ। তেওঁক ভাৰতবাসীয়ে ভালেমান নামেৰে বিভূষিত



চৰ্দ্দাৰ বল্লভ ভাই পেটেল

কৰিছে; তেওঁৰ দৃঢ়তা, কঠোৰতা দেখি কোনোৱে তেওঁক আখ্যা দিছে—লৌহ-মানৱ বুলি। ৰাজনীতি বিশাৰদ আৰু চতুৰ কাৰণে তেওঁ ভাৰতৰ বিচমাৰ্ক। বৰদোলি কৃষক আন্দোলনৰ গুৰি.ধৰি জয়যুক্ত হোৱা কাৰণে তেওঁ ৰাইজৰ মৰমৰ "বৰদোলিৰ চৰ্দ্দাৰ" আৰু অৱশেষত তেওঁ হৈ পৰে

"ভাৰতৰ চৰ্দ্দাৰ"। ভাৰতৰ ৰাজনৈতিক ক্ষেত্ৰত চৰ্দ্দাৰ পেটেলে অকস্মাতে খ্যাতি আৰু নেতৃত্ব লাভ কৰা নাই। দোপত দোপে আগবাঢ়িহে তেওঁ অসাধাৰণ ব্যক্তিত্ব, কৰ্ত্তব্যনিষ্ঠা আৰু দৃঢ়তাৰ ফলত ভাৰতৰ উপপ্ৰধান মন্ত্ৰীৰ বিষয়-বাব শুৱাব পাৰিছিল।

পুণ্যপীঠ গুজৰাট চৰ্দ্দাৰ পেটেলৰ জন্মভূমি। এই গুজৰাটেই স্বামী দয়ানন্দ সৰস্বতী আৰু ৰাষ্ট্ৰৰ জনক মহাত্মা গান্ধীৰ জন্মস্থান। খৃঃ ১৮৭৫ চনৰ ৩১ অক্টোবৰ তাৰিখে বল্লভভাই পেটেলৰ জন্ম হয় গুজৰাটৰ খেদা জিলাৰ এখন গাৱঁত। তেওঁৰ পিতৃ জাবেৰ ভাই এজন কৃষি-জীৱী লোক। গাৱঁলীয়া খেতিয়কৰ ঘৰত জন্মি কৃষক আন্দোলনৰ নেতাস্বৰূপে জয়যুক্ত হৈ চৰ্দ্দাৰ পেটেলে অৱশেষত ভাৰতৰ কৃষক-ৰাইজৰ প্ৰিয়পাত্ৰ উপপ্ৰধান মন্ত্ৰী ৰূপে উচ্চতম সম্মান পাইছিল। গুজৰাটৰ অন্তৰ্গত বৰদোলি নামে ঠাইৰ খেতিয়ক ৰায়তৰ ওপৰত শতকৰা ২৫৲ টকা হাৰে খাজানা বঢ়াই দি চৰকাৰে দিয়া আদেশ সলনি কৰিবলৈ বাধ্য কৰাইছিল—বল্লভভাই পেটেলৰ নেতৃত্বত আৰম্ভ কৰা খাজনা বন্ধ আন্দোলন আৰু কৃষকৰ সত্যাগ্ৰহে। বল্লভভাই পেটেলৰ এক ইঙ্গিতত আশী হাজাৰ কৃষক ৰাইজে অন্যায়, অত্যাচাৰ আৰু উৎপীড়নলৈ কেৰেপ নকৰি সত্যাগ্ৰহৰ জৰিয়তে আমৰণ পণ গ্ৰহণ কৰিছিল। পেটেলে অনুসৰণ কৰিছিল—গান্ধীজীক আৰু ৰাইজে অনুসৰণ কৰিছিল পেটেলক। কৃষক-ৰাইজৰ অদম্য সাহস আৰু ত্যাগ স্বীকাৰৰ ফলতেই বৃটিচ-সিংহৰ মূৰ দোঁ খাই যায়। চৰকাৰে নতুন নিৰিখ ধাৰ্য্য

কৰি শতকাৰা ৬৷৷• টকা হিচাবেহে খাজনা বঢ়ালে। নিজৰ জন্মঠাইত এনে ধৰণে ৰাইজৰ বিপুল সমৰ্থন লাভ কৰি জয়-যুক্ত হোৱা দৃষ্টান্ত অতি বিৰল।

আহমদাবাদত উকিল হিচাবে তেওঁ জীৱনৰ কাৰ্য্য পৰিসৰ আৰম্ভ কৰে। ৯ বছৰ মানৰ পিচত খৃঃ ১৯১০ চনত তেওঁ লণ্ডনলৈ বাৰিষ্টাৰী পঢ়িবলৈ যায়। ইতিমধ্যে জাভেৰ বাৰ লগত বল্লভভাইৰ বিয়াও হৈ গৈছিল। দয়াভাই নামৰ এটি পুত্ৰ আৰু মণিবেন নামৰ ছোৱালী এজনী এৰি বল্লভ-ভাইৰ পত্নীয়ে অকালতে সংসাৰৰ পৰা বিদায় লয়। বিলাতলৈ যোৱাৰ পূৰ্ব্বে তেওঁৰ সাংসাৰিক জীৱনৰ এনেদৰে নিষ্পত্তি ঘটিছিল। ইয়াৰ পিচৰ সুদীৰ্ঘ কাল ছোৱাত কৰ্ম্মযোগী চৰ্দ্দাৰ পেটেলে সংসাৰৰ লগত নিৰ্লিপ্ত ভাবেই দেশসেৱাৰ ব্ৰতত ব্ৰতী হয়। জীয়েক মণিবেন পেটেল আছিল পিচৰ জীৱনত চৰ্দ্দাৰজীৰ আশ্ৰয় আৰু সহায়কাৰী। বাৰিষ্টাৰী পাছ কৰি বিলাতী ধৰণ-কৰণেৰে বল্লভভাই পেটেলে আহমদাবাদত আইন ব্যৱসায় চলাই থাকে। প্ৰথমতে গান্ধীজীক তেওঁ উপহাস আৰু ব্যঙ্গোক্তিৰে কৰিছিল। আহমদাবাদৰ ক্লাবতে বল্লভাই আৰু গান্ধীজীৰ প্ৰথম অৱস্থাত দেখা-শুনা হৈছিল। কিন্তু তেতিয়া বল্লভভাই পেটেলে আগ্ৰহৰে তাচ খেলাত ব্যস্ত থাকিছিল; গান্ধীজীৰ নীতি আৰু সত্যাগ্ৰহ আন্দোলনৰ প্ৰতি তেওঁ আছিল উদাসীন। গান্ধীজীৰ প্ৰভাৱ পৰাৰ আগেয়ে বল্লভভাই পেটেল আছিল- এজন নামজ্বলা ডেকা

বাৰিষ্টাৰ; ইংৰাজী ধৰণ-কৰণৰ প্ৰিয় আৰু খেল-ধেমালিত বিশেষ অনুৰাগী । কিন্তু অনতিপলমে গান্ধীজীৰ পৱিত্ৰ আদৰ্শই বল্লভভাইৰ মন আকৰ্ষণ কৰিলে । পেটেলে খৃঃ ১৯১৬ চনত গুজৰাট প্ৰাদেশিক সম্মিলন আহ্বান কৰি গান্ধীজীক সভাপতি পদৰ বাবে নিমন্ত্ৰণ জনাইছিল; তেতিয়াৰ পৰাই বল্লভভাই সত্য আৰু অহিংসাৰ অগ্নিমন্ত্ৰত অভিষিক্ত হ'ল । ইয়াৰ পিচত কাইৰাৰ সত্যাগ্ৰহ আন্দোলন আৰু আহমদাবাদ বনুৱা ধৰ্ম্মঘটত বল্লভভাই পেটেলে মহাত্মাৰ নিৰ্দ্দেশ অনুসাৰে সংগঠন কাৰ্য্য চলায় । দুয়ো ক্ষেত্ৰত কৃষক আৰু বনুৱাৰ জয় হ'ল । ইয়াৰ পৰবৰ্ত্তী বিবিধ ঘটনা প্ৰবাহ আৰু আন্দোলনত বল্লভভাই মহাত্মাৰ বিশ্বস্ত অনুগামী ৰূপে একনিষ্ঠতাৰ চানেকী ৰাখি গৈছে । স্বৰূপতে ভাৰতৰ ৰাষ্ট্ৰীয় স্বাধীনতা অৰ্জ্জন আৰু ৰাষ্ট্ৰ নিৰ্ম্মাণৰ পথত গান্ধীজী হৈছে যন্ত্ৰী আৰু বল্লভভাই যন্ত্ৰ ।

খৃঃ ১৯১৮ চনত মণ্টেগু-চেমচফোৰ্ড ৰিপৰ্ট প্ৰকাশ হয়; ভাৰতীয় ৰাইজক ই নিৰাশ কৰিলে । ইয়াৰ পিচত ৰাওলাট আইনৰ বিৰুদ্ধে গান্ধীজীয়ে সত্যাগ্ৰহ আন্দোলন আৰম্ভ কৰে । তেতিয়া গুজৰাটত পেটেলে গান্ধীজীৰ আদৰ্শ অনুসাৰে শৃঙ্খলাবদ্ধ সত্যাগ্ৰহ পৰিচালনা কৰে । পেটেলৰ লোকপ্ৰিয়তা বাঢ়ি অহাৰ লগে লগে তেওঁক ভালেমান সম্মানজনক পদত অধিষ্ঠিত কৰা হয় । তেওঁ বোম্বাই প্ৰাদেশিক কংগ্ৰেচৰ সভাপতি আৰু খৃঃ ১৯২১ চনত আহমদাবাদত বহা ভাৰতীয়

কংগ্ৰেচৰ অভ্যৰ্থনা সমিতিৰ সভাপতি নিৰ্ব্বাচিত হৈছিল। বৰচাদ আন্দোলনত তেওঁ প্ৰমাণ কৰি দেখুৱালে যে অশান্তি-উৎপীড়নৰ কাৰণে পুলিচ বাহিনীহে দায়ী।

খৃঃ ১৯২২ চনত গয়াত বহা কংগ্ৰেচ অধিবেশনত বল্লভ ভাই পেটেল সাধাৰণ সম্পাদক নিৰ্ব্বাচিত হয়। এই অধিবেশনত আইন সভাত প্ৰবেশ কৰা সম্বন্ধে কংগ্ৰেচৰ ভিতৰত মত বিৰোধ ঘটে। দেশবন্ধু চিত্তৰঞ্জন দাস, পণ্ডিত মতিলাল নেহেৰু আদিয়ে আইন সভাত প্ৰবেশৰ সমৰ্থন কৰিছিল আৰু মহাত্মা গান্ধী, বল্লভাই পেটেল, ৰাজা গোপালাচাৰী, ৰাজেন্দ্ৰ প্ৰসাদ আদিয়ে বিৰোধিতা কৰিছিল। অৱশেষত পিচৰ দলৰে জয় হ'ল। ইয়াৰ পিচৰ বছৰত নাগপুৰ-সত্যাগ্ৰহ হয়; জাতীয় পতাকা লৈ চহৰত শোভাযাত্ৰা নিষিদ্ধ কৰি ১৪৪ ধাৰা জাৰি কৰা হৈছিল। এই আদেশ ভঙ্গ কৰি হেজাৰ বিজাৰ স্বেচ্ছাসেৱক গ্ৰেপ্তাৰ হ'ল। আন্দোলন পৰিচালনাৰ ভাৰ পৰিল— কংগ্ৰেচৰ সাধাৰণ সম্পাদক বল্লভাই পেটেলৰ ওপৰত। আন্দোলন জয়যুক্ত হ'ল। খৃঃ ১৯২৪ চনত বল্লভাই আহমদাবাদ মিউনিচিপালিটিৰ চেয়াৰমেন নিৰ্ব্বাচিত হয় আৰু শিক্ষা, জনস্বাস্থ্য আদি জন-হিতকৰ কামত তেওঁ বিশেষ চকু দিছিল। ইয়াৰ পিচত খৃঃ ১৯২৮ চনত বুৰঞ্জী বিখ্যাত বৰদোলি খাজানা বন্ধ আন্দোলন চলে। এই কৃষক আন্দোলনৰ লগত ৱাট টাইলাৰৰ নেতৃত্বত পৰিচালিত ইংলণ্ডৰ কৃষক বিদ্ৰোহৰ তুলনা কৰিব পাৰি।

এই আন্দোলনৰ প্ৰভাৱ ভাৰতৰ সমগ্ৰ কৃষক সমাজৰ ওপৰতে পৰিছিল। জৱাহৰলাল নেহেৰুৰ ভাষাত বৰদোলি হৈছে—ভাৰতীয় কৃষকৰ আশা, শক্তি-সামৰ্থ্য আৰু বিজয়ৰ প্ৰতীক। বল্লভভাই পেটেল "চৰ্দ্দাৰ" আখ্যাৰে বিভূষিত হয়— এই আন্দোলনতেই। শ্ৰীযুত কে-এম মুন্সীয়ে লিখামতে চৰ্দ্দাৰজীৰ প্ৰত্যেক আষাৰ কথা আছিল— বৰদোলিৰ ৰাইজৰ বাবে মহামন্ত্ৰ। চৰ্দ্দাৰজীয়ে গাৱেঁ গাৱেঁ ঘূৰি ফুৰিছিল, হেজাৰ হেজাৰ লোকে তেওঁৰ বাণী আগ্ৰহেৰে শুনিছিল। বৰদোলিত অকল তেৱেঁহে বক্তৃতা দিব পাৰিছিল।

ইয়াৰ পিচত আছিল—খৃঃ ১৯৩০ চনৰ আইন অমান্য আন্দোলন। মহাত্মা গান্ধীয়ে ডাণ্ডীত লোণ আইন ভঙ্গ কৰিবলৈ স্থিৰ কৰে। চৰ্দ্দাৰ পেটেলে আগধৰি ৰাজহুৱা জাগৰণ আৰু সংগঠনৰ কাৰণে সবৰমতী আশ্ৰমৰ পৰা ডাণ্ডী অভিমুখে যাত্ৰা কৰে। গান্ধীজীৰ অভিযানৰ তিনি দিন আগেয়ে চৰ্দ্দাৰ পেটেলক গ্ৰেপ্তাৰ কৰা হয়। তেওঁৰ এই সময়ৰ জনোৱা অগ্নিময়ী আহ্বানে ৰাইজক উত্তেজিত কৰি তুলিছিল। চৰ্দ্দাৰ পেটেলৰ গ্ৰেপ্তাৰে ৭৫ হেজাৰ গুজৰাটী লোকৰ অন্তৰত বিদ্যুৎ বেগেৰে জাগৰণৰ ঢৌ তুলিবলৈ ধৰিলে। সবৰমতী আশ্ৰমত তেওঁলোকে গোট খাই এই মৰ্ম্মে প্ৰস্তাৱ গ্ৰহণ কৰিছিল— "আমি আহমদাবাদৰ নাগৰিকসকলে বল্লভভায়ে দেখুৱাই যোৱা পথ অনুসৰণ কৰিবলৈ কৃত-সঙ্কল্প হৈছোঁ আৰু এই বাটেদি আগবাঢ়ি যাওঁতে আমি পূৰ্ণ

স্বাধীনতা অৰ্জ্জন কৰিম। আমাৰ দেশে স্বাধীনতা লাভ নকৰিলে আমি শান্তিত থাকিব নোৱাৰিম আৰু চৰকাৰকো শান্তিত থাকিবলৈ নিদিম। আমি প্ৰবিত্ৰ চিত্তেৰে ঘোষণা কৰোঁ যে ভাৰতৰ মুক্তি সত্য আৰু অহিংসাত নিহিত আছে।" পেটেলৰ তিনিমাহ কাৰাদণ্ড হয়; ইতিমধ্যে গান্ধীজীক ডাণ্ডী সত্যাগ্ৰহত গ্ৰেপ্তাৰ কৰা হয়। দেশ জুৰি প্ৰবল আন্দোলন আৰু বিক্ষোভ চলিল; কংগ্ৰেচক চৰকাৰে বে-আইনী ঘোষণা কৰিলে। জেলৰ পৰা ওলাই আহি চৰ্দ্দাৰজীয়ে ৰাইজক পুনৰ আহ্বান জনালে। ইয়াৰ পিচত কংগ্ৰেচৰ অস্থায়ী সভাপতিৰ দায়িত্ব মূৰত লৈ 'তিলক দিবস' আইন অমান্য আন্দোলন আদি উপলক্ষত তেওঁ তিনিবাৰ কাৰাবৰণ কৰে। চৰ্দ্দাৰ পেটেলে ৰাইজক এইদৰে উপদেশ দিছিল—"তোমাৰ নিজৰ গাওঁখন সংগঠন কৰি আনকো আহি দেখুৱা। প্ৰত্যেক গাৱঁেই একোটা সুসজ্জিত শিবিৰ হব লাগিব। শৃঙ্খলা আৰু সংগঠন সম্পূৰ্ণ হলে যুঁজৰ আধা আধি কৃতকাৰ্য্যতা লাভ কৰা হয়।" এই কালছোৱাত গান্ধী-আৰউইন চুক্তি, ঘূৰণীয়া মেজমেল আৰু অৱশেষত ৰাইজৰ অসন্তুষ্টিৰ পৰিনাম দ্বিতীয় আইন অমান্য আন্দোলন আদি প্ৰধান ৰাজনৈতিক ঘটনাবোৰ ঘটে। খৃঃ ১৯৩১ চনত কৰাচী কংগ্ৰেচত চৰ্দ্দাৰ পেটেলে সভাপতিত্ব কৰিছিল। কৰাচী কংগ্ৰেচৰ সময়ত দেশত নৈৰাশ্য আৰু অশান্তিৰ বা-বতাহ।, ভগৎসিং, সুখদেৱ আৰু ৰাজগুৰু নামৰ তিনিজন

ভাৰতীয় বীৰ পুৰুষক চৰকাৰে ফাঁচী দিয়ে। গান্ধীজীয়েও তেওঁলোকক ৰক্ষা কৰিব নোৱাৰিলে। ইফালে দেশবাসীয়ে পণ্ডিত মতিলাল নেহেৰুকো হেৰুৱালে। কৰাচী কংগ্ৰেচ সংক্ষিপ্ত আয়োজনেৰে সমাপ্ত হ'ল। চৰ্দ্দাৰ পেটেলে অভিভাষণত এই সকলো প্ৰধান ঘটনাৰ আলচ কৰি তেওঁৰ দৰে কৃষক এজনক সভাপতিৰ সম্মান দিয়াটো গুজৰাটৰ সম্মান আৰু আত্মত্যাগৰে প্ৰতিদান বুলিয়ে অভিমত দিলে। খৃঃ ১৯৩৭ চনত কংগ্ৰেচে প্ৰাদেশিক আইন সভাৰ নিৰ্ব্বাচনত নামিবলৈ স্থিৰ কৰে। খৃঃ ১৯৩৫ চনৰ ভাৰত শাসন আইন অনুসাৰে প্ৰাদেশিক স্বায়ত্ত-শাসন আৰু দায়িত্বশীল চৰকাৰ পতাৰ ব্যৱস্থা লোৱা হৈছিল। চৰ্দ্দাৰ পেটেলে নিজ মুখেৰে কৈ গৈছে যে তেওঁ বিষয়-বাব আৰু আইন সভাৰ সম্মানিত পদৰ ঘিঁউ-ভাত পাবলৈ ইচ্ছা নকৰে। কৃষক বাইজে সেইবোৰ বুজি নাপায়। তেওঁ বুজে—গান্ধীজীৰ এঘাৰ দফীয়া কাৰ্য্যসূচীতে স্বৰাজৰ মূল নিহিত আছে। নিৰ্ব্বাচনত কেইখনো প্ৰদেশত কংগ্ৰেচৰ জয় হ'ল আৰু কংগ্ৰেচী মন্ত্ৰী সভা গঠিত হ'ল। পটভূমিৰ অন্তৰালত চৰ্দ্দাৰ পেটেল তেতিয়া এক দুৰ্জ্জয় শক্তি। ইয়াৰ পিচতহে জৱাহৰলাল নেহেৰু, সুভাষ চন্দ্ৰ বসু আদি নেতাৰ অভ্যুদয় হয়।

দ্বিতীয় মহাযুদ্ধৰ সময়ত ব্যক্তিগত সত্যাগ্ৰহ আৰু খৃঃ ১৯৪২ চনত "ভাৰত-ত্যাগ" প্ৰস্তাৱ গ্ৰহণ কৰি চলোৱা

আগষ্টৰ গণবিল্পৱত চৰ্দ্দাৰ পেটেলৰ বৰঙনি উল্লেখযোগ্য। অন্তৰ্ব্বৰ্ত্তী চৰকাৰ আৰু স্বাধীন ভাৰতত চৰ্দ্দাৰ পেটেলে শাসন নিৰ্ব্বাহৰ দায়িত্বপূৰ্ণ বোজা গ্ৰহণ কৰিছিল। শাসন ব্যৱস্থাত তেওঁ জৱাহৰলাল নেহেৰুৰ নেতৃত্ব মানি চলিছিল; ৰাজনৈতিক ক্ষেত্ৰত তেওঁ আছিল—গান্ধীজীৰ একান্ত অনুগামী। ভাৰতীয় ৰাষ্ট্ৰীয় কংগ্ৰেচ অনুষ্ঠানৰ তেওঁ আছিল—মেৰুদণ্ড স্বৰূপ।

ভাৰতৰ দেশীয় ৰাজ্য-মন্ত্ৰী আৰু উপপ্ৰধান মন্ত্ৰীৰূপে ঐক্যবদ্ধ ভাৰত গঢ়ি তোলাত চৰ্দ্দাৰজীৰ কৃতিত্ব প্ৰশংসনীয়। বিশেষকৈ পাঁচ শ খনৰো অধিক দেশীয় ৰাজ্য একত্ৰিত কৰি স্বাধীন ভাৰতৰ মানচিত্ৰ সলাই দি চৰ্দ্দাৰ পেটেলে দুবছৰৰ ভিতৰতে হেজাৰ-হেজাৰ বছৰে কৰিব নোৱৰা অসাধ্য সাধন কৰিছে। অশোক-আকবৰ, ক্লাইব, ডেলহাউচিয়ে যি কাম কৰিব নোৱাৰিলে—চৰ্দ্দাৰ পেটেলে সেই কাম সুচাৰুৰূপে কৰিলে। দেশ বিভাজন আৰু স্বাধীনতা লাভৰ পিচত চৰ্দ্দাৰ পেটেলে আভ্যন্তৰীণ শান্তি আৰু নিৰাপত্তাৰ কাৰণে স্বৰাজ্য মন্ত্ৰী স্বৰূপে চোকা দৃষ্টি ৰাখিছিল। ভাৰত চৰকাৰৰো তেওঁ আছিল—এজন কঠোৰ কৰ্ত্তব্যপৰায়ণ পদাধিকাৰী।

ভাৰতৰ ৰাজনৈতিক স্বাধীনতা লাভ হৈছিল যদিও, সাম্প্ৰদায়িক সংঘৰ্ষ, ভগনীয়া সমস্যা, গান্ধীজীৰ হত্যাকাণ্ড, কাশ্মীৰ বিবাদ, হায়দৰাবাদৰ অন্তৰ্ভুক্তি সমস্যা আদি এশ এটা সমস্যাই ভাৰতৰ ভাগ্যাকাশ তিমিৰাচ্ছন্ন কৰি ৰাখিছিল। এই

বিপদৰ মাজত? চৰ্দ্দাৰ পেটেলে অক্লান্তভাবে যি দৃঢ়মনা কৰ্ম্মশক্তিৰ পৰিচয় দিলে—তাৰ তুলনা পাবলৈ টান। তেওঁ স্বীকাৰ কৰিছিল—"ভাৰতৰ ৰাজনৈতিক স্বাধীনতা লাভ হৈছে যদিও অৰ্থনৈতিক স্বাধীনতা এতিয়াও অহা নাই। সত্য আৰু অহিংসাৰ ভেটিত শোষণহীন সমাজ গঢ়ি তুলিব পাৰিলেহে লোকসাধাৰণৰ মুক্তি হ'ব।"

মৃত্যুৰ ডেৰমাহমান আগেয়ে হৈ যোৱা তেওঁৰ জন্মতিথি উপলক্ষত চৰ্দ্দাৰ পেটেলে কৈছিল—"এইখন পৃথিবীত আৰু কেইটামান বছৰ জীয়াই থাকিবৰ কাৰণে মই অভিলাষ কৰোঁ; অৱশ্যে মহাত্মা গান্ধী, কস্তুৰবা আৰু মহাদেৱ দেশাই যি ঠাইলৈ গৈছে, মোৰ মনেও তালৈ যাবলৈকে বিচাৰে। তেওঁলোকে অসম্পূৰ্ণ কৈ এৰিথৈ যোৱা কাম সম্পূৰ্ণ কৰিবলৈহে মই তেওঁলোকৰ ইচ্ছামতে জীয়াই আছোঁ।" চৰ্দ্দাৰ পেটেলে কাম সম্পূৰ্ণ কৰি থৈ যাবলৈ সুযোগ নাপালে; সেই দায়িত্ব পৰৱৰ্ত্তী ভাৰত গঢ়োতা সকললৈ এৰি গ'ল। কিন্তু চৰ্দ্দাৰ পেটেলে দি গ'ল—দৃঢ়তা, কৰ্ত্তব্যপৰায়ণতা আৰু বিশ্বস্ততাৰ এক অনুপম আৰু চিৰ পালনীয় আদৰ্শ।

শ্ৰীপ্ৰমোদ চন্দ্ৰ ভট্টাচাৰ্য্য

---

## কঠিন শব্দৰ অৰ্থ—

কৰ্ত্তব্য নিষ্ঠা— কামত ৰাপ
কেৰেপ— ভ্ৰুক্ষেপ

প্ৰতীক— চিন

প্ৰশ্ন :— ১। চৰ্দ্দাৰ পেটেলৰ কৰ্ম্মময় জীৱনৰ বিষয়ে বহলাই লিখা।

২। বুৰঞ্জীৰ আঁত বিচাৰি লিখাঃ— বিছমাৰ্ক, ৰাতটাইলাৰ মণ্টেগু চেমচফোৰ্ড ৰিপৰ্ট।

—০×০—

# লিখা-পঢ়াৰ আদিকথা

[ শ্ৰীযুত সুৰেন্দ্ৰ মোহন দাস গুৱাহাটী কটন কলেজৰ ইংৰাজীৰ অধ্যাপক। তেওঁৰ ৰচনাৰ ভিতৰত 'টলষ্টয়ৰ সাধু' উল্লেখ যোগ্য। ]

যিবোৰ শব্দেৰে মানুহে ভালকৈ মনৰ ভাব প্ৰকাশ কৰে, তাকে ভাষা বোলে। শব্দৰ অতি ক্ষুদ্ৰতম অংশক বৰ্ণ বা আখৰ বোলে। বৰ্ণৰ স্বৰূপ দেখুৱাবৰ কাৰণে কেতবোৰ সাঙ্কেতিক চিন ব্যৱহাৰ কৰা হয়; সেইবোৰ সাঙ্কেতিক চিনেৰে মানুহৰ ভাষা লিখা হয়।

মানৱ সৃষ্টিৰ পাছত ভাষাৰ সৃষ্টি আৰু ভাষা সৃষ্টিৰ বহু পাছত লিখা-পঢ়াৰ সৃষ্টি। লিখাপঢ়াই ভাষাৰ চৰম পৰিণতি আৰু ভাৱৰ চিৰন্তন প্ৰতিমূৰ্ত্তি। বৰ্ত্তমান মানৱ-

জগতত লিখাপঢ়াৰ ঠাই অদ্বিতীয়। লিপিকৌশলৰ দ্বাৰাই মানৱ সভ্যতাই তৰিতবেগেৰে উন্নতি লাভ কৰিছে। কিন্তু ঠিক কোন সময়ত লিখাপঢ়াৰ সৃষ্টি হৈছিল, তাক এতিয়ালৈকে আমি জানিব পৰা নাই। বুৰঞ্জী যিমানেই প্ৰাচীন নহওক, সি আদিম লিপিৰ সন্ততিহে মাথোন। সন্তানে মাকৰ জন্ম কথা কব নোৱাৰে। প্ৰাচীন লিপি উদ্ধাৰ কৰি প্ৰত্নতত্ত্ববিৎসকলে আদিম লিপিৰ বিষয় জানিবলৈ প্ৰয়াস পাইছে; কিন্তু তেওঁলোকৰ আবিষ্কাৰ বহু পৰিমাণে অনুমানৰ ওপৰত নিৰ্ভৰ কৰা।



অশোকৰ লিপি

লিখা-পঢ়াই যে সভ্যতা বিস্তাৰৰ প্ৰধান সহায়, তাক কোনেও দুই কৰিব নোৱাৰে। বৰ্ণমালাৰ ব্যৱহাৰ নাথাকিলে স্মৃতিশক্তি চিন্‌ভিন্ হৈ পৰে আৰু ভাব সমূহ নষ্ট হয়। এনেকৈ উচ্চ বৃত্তিবোৰ ক্ৰমাৎ শক্তিহীন হয়, বিবেক বুদ্ধি

নিস্তেজ আৰু নিষ্ক্ৰীয় হয় আৰু কল্পনাশক্তিৰ বেমেজালি ঘটে। অতীজতে গ্ৰন্থাদি মুখে মুখে ৰচিত আৰু শিকোৱা হোৱাৰ হেতুকে সেইবোৰত বেলেগ পাঠ, অসংযত ভাব আৰু ভাষাৰ বেমেজালি দেখা যায়। লিখা-পঢ়াৰ সৃষ্টিৰ লগে লগে ভাষাৰ সৰ্ব্বাঙ্গীন স্থিৰতা জন্মে, আৰু ব্যাকৰণ সম্ভৱপৰ হয়।

মানৱ সৃষ্টিৰ লগে লগে লিখা-পঢ়াৰ সৃষ্টি হোৱা নাই। মানৱ সৃষ্টিৰ বহু হেজাৰ বছৰৰ পাচত লিখা-পঢ়াৰ সৃষ্টি হৈছে। লিখা-পঢ়া প্ৰথাটো ক্ৰমোন্নত সভ্যতাৰ নিদৰ্শন মাথোন। জগতৰ বহু প্ৰাচীন জাতীয়ে পাৰ্য্যমানে আখৰ ব্যৱহাৰ নকৰিছিল। আধ্যাত্ম-তত্ত্বৰ অনুশীলনৰ কাৰণে তেওঁলোকে স্মৃতিৰ পৰিচালনাকে পৰম সাধনা জ্ঞান কৰিছিল আৰু তাৰ অনুষ্ঠানত প্ৰবৃত্ত আছিল। ছান্দোগ্য উপনিষদত বিজ্ঞান আদিতকৈও স্মৃতিশক্তিৰ প্ৰাধান্য দিয়া হৈছে। মহৰ্ষি সনৎকুমাৰে স্মৰণৰ শ্ৰেষ্ঠতা প্ৰতিপন্ন কৰিবৰ কাৰণে কৈছে, যে যি স্মৰণক ব্ৰহ্মজ্ঞানে উপাসনা কৰে, সকলো বস্তু তেওঁৰ স্মৰণগোচৰ হয়। লিখা-পঢ়া সৃষ্টিৰ আগতে তাহানি কালৰ মহাকাব্য, ধৰ্ম্মগ্ৰন্থাদি মুখে মুখেই ৰচিত হৈছিল। লিপি প্ৰচলন হোৱাৰ আগৰে পৰাই স্মৃতি-শক্তিৰ উৎকৰ্ষ সাধন হৈছিল লিপি কৌশল উদ্ভাবনৰ পাছতো ধৰ্ম্ম গ্ৰন্থাদিক লিপিবদ্ধ কৰা ধৰ্ম্মবিৰুদ্ধ আৰু নীতিবিৰুদ্ধ বুলি বহুতে গণ্য কৰিছিল। পূৰ্ব্বে মুখে মুখে সকলো গ্ৰন্থ ৰচিত হৈছিল আৰু মুখে মুখেই আৰু

শিকোৱাও হৈছিল। এতিয়াও বহু তন্ত্ৰ-মন্ত্ৰ লিপিবদ্ধ কৰা নহয়, কাৰণ আমাৰ বিশ্বাস যে লিপিবদ্ধ কৰিলে তাৰ গুণ নোহোৱা হয়। গতিকে স্মৃতিশক্তিকে সভ্যতাৰ প্ৰথম নিদৰ্শন বুলিব পাৰি।

সমাজত যেতিয়া জ্ঞানৰ আৰু সাহিত্যৰ উদ্ভৱ হয়, তেতিয়া তাক লিপি কৰিবৰ প্ৰয়োজন হয়। প্ৰথমে কোন দেশত লিখা-পঢ়াৰ সৃষ্টি হ'ল, তাক জানিবৰ উপায় নাই। কোনো দেশত লিপি যদি বেলেগ বেলেগ দেশত ৰূপান্তৰিত হৈ প্ৰচলিত হৈছে, সেই বিষয়েও কোৱা টান। ভাৰতবৰ্ষ, গ্ৰীচ, মিচৰ, বেবিলন, চীন আদি ঠাই প্ৰাচীন শিল্পৰ কাৰণে প্ৰসিদ্ধ। মিচৰৰ পৰাই ভাস্কৰ শিল্প, চিত্ৰকলা, লিপি-কৌশল জ্যোতিৰ্ব্বিদ্যা প্ৰভৃতি গ্ৰীচ দেশত বিয়পি পৰিছিল আৰু গ্ৰীচৰ সভ্যতাই ৰোম সাম্ৰাজ্যত বিকাশ লাভ কৰি সময়ত ইউৰোপত বিস্তাৰ লাভ কৰিছিল। অতি প্ৰাচীন কালত বেবিলন আৰু এচিয়াৰ মানুহে কেঁচা ইটাৰ ওপৰত আখৰ লিখি সেই ইটা পুৰি যিবোৰ পুথি ৰচনা কৰিছিল, যুগ-যুগান্তৰৰ পাছত সেই লিপি অবলম্বন কৰিয়েই যাইকৈ বেবিলনৰ প্ৰাচীন বুৰঞ্জী গোটোৱা হৈছে। অতি প্ৰাচীন কালৰ ফিনিচীয় নামে প্ৰসিদ্ধ বণিক জাতিয়ে মিচৰৰ লিপি-কৌশল আৰু আন আন সভ্যতাৰ ফল আহৰণ কৰিছিল। ইউৰোপ. এচিয়া আৰু আফ্ৰিকাৰ বহু ঠাইত ফিনিচীয়সকলৰ বেহা-

বেপাৰ কৰি ফুৰিছিল। এই ফিনিচীয় সকলৰ পৰাই গ্ৰীচৰ মানুহে বৰ্ণমালা আৰু আন আন সভ্যতাৰ উপাদান সংগ্ৰহ কৰিছিল!

চীনৰ সভ্যতাৰ প্ৰকৃতি নতুন ধৰণৰ। এওঁলোকৰ ভাষা শিকা টান। চীনৰ প্ৰতি আখৰকে একোটা শব্দ বুলিব পাৰি। আৰ্য্যলিপি বাওঁফালৰ পৰা সোঁফাললৈ লিখি যোৱা ৰীতি আৰু— আৰবীয় লিপিত সোঁফালৰ পৰা বাওঁফাললৈ লিখি যোৱা নিয়ম। চীনভাষাত ওপৰৰপৰা তললৈ আখৰ লিখি যাব লাগে আৰু এফাঁকিৰ পাচত আন ফাঁকি সোঁফালৰ পৰা বাওঁফাললৈ লিখা নিয়ম। লিখাৰ প্ৰথা আৰু আখৰৰ গঢ়লৈ চাই অনুমান কৰিব পাৰি যে বহু হেজাৰ বছৰৰ আগেয়ে আন কোনো জাতিৰ আখৰ ধাৰ নকৰাকৈ চীন-বাসীয়ে নিজে লিপি-কৌশল উদ্ভাৱন কৰিছিল। উদ্ভাৱনী শক্তিত যে তেওঁলোকৰ বৰ চোকা, তাক স্বীকাৰ কৰিব লাগিব। গ্ৰন্থাদি ছপাবৰ কাৰণে চীনাসকলে যি যুগত মুদ্ৰাযন্ত্ৰৰ আবিষ্কাৰ কৰিছিল, সেই যুগত পৃথিবীৰ বহু সভ্য জাতিয়ে লিখিবলৈকে শিকা নাছিল।

ভাৰতৰ লিপি একসময়ত মধ্য-এচিয়াৰ সৰহভাগ জাতিৰ ভিতৰত ব্যৱহৃত হৈছিল,— যিবোৰ দেশত এতিয়া পাৰ্চীলিপিৰ চলন হৈছে। তিৰ্ব্বতী লিপি ভাৰতীয়, ই উত্তৰ ভাৰতৰ পৰাই গৈছিল। মধ্য এচিয়াত খৰোষ্ঠী আৰু

"ব্ৰাহ্মী" এই দুই প্ৰকাৰ লিপি প্ৰচলিত আছিল। খৰোষ্ঠী প্ৰাচীন যুগৰ লিপি আৰু ই অলপ ঠাইৰ ভিতৰত সীমাবদ্ধ আছিল।

ভাৰতবৰ্ষত লিখনৰ প্ৰকাশ সম্বন্ধে মতভেদ আছে। বহুতে অনুমান কৰে যে লিখনৰ প্ৰথাটো পোন প্ৰথমে ফিনিচীয়বিলাকে ভাৰতবৰ্ষলৈ আনে। সি যি কি নহওঁক লিখন প্ৰণালী খৃষ্টপূৰ্ব্ব সপ্তম শতাব্দীত ভাৰতবৰ্ষত প্ৰবেশ কৰিছিল বুলি পণ্ডিতসকলে সিদ্ধান্ত কৰিছে। অৱশ্যে আবিষ্কাৰৰ দ্বাৰাই আৰু নতুন তথ্য ওলাবৰ সম্ভাৱনা আছে।

বুদ্ধদেৱৰ মৃত্যুৰ ২০০ বছৰৰ পাছত মগধৰাজ অশোকে পালি ভাষাত লিখা তেওঁৰ অনুশাসনমালা খোদিত লিপিৰ দ্বাৰাই প্ৰচাৰ কৰে। সেই লিপি প্ৰাচীন ব্ৰাহ্মীলিপিৰেই প্ৰকাৰ ভেদ আছিল। ইয়াৰ পৰা বুজা যায় যে বুদ্ধদেৱৰ সময়তো ব্ৰাহ্মীলিপি প্ৰচলিত আছিল; অৱশ্যে প্ৰদেশ বিশেষে আখৰৰ তাৰতম্য ঘটিছিল। অশোকৰ অনুসাশনৰ লিপি ৰাজসভাৰ লিপি আছিল আৰু অশোকৰ ৰাজসভাৰ আখৰেৰেই অনুশাসনবোৰ খোদিত হৈছিল। দুই এঠাইত মাথোন খৰোষ্ঠী লিপিৰে খোদিত কৰা হৈছিল। তেতিয়া উত্তৰ ভাৰতত ব্ৰাহ্মীলিপি সাধাৰণ মানুহে পঢ়িব পাৰিছিল। এই ব্ৰাহ্মীলিপিয়েই পৰিবৰ্ত্তিত হৈ শেষত দেৱনাগৰী আখৰ হৈছে। সপ্তম খৃষ্টাব্দত উত্তৰ ভাৰতত নাগৰীলিপি প্ৰচলিত আছিল আৰু সেই নাগালিপি নামেৰেও অভিহিত হৈছিল। কোনো কোনো

পণ্ডিতে কয় যে গুজৰাটত নাগৰ নামে এখন ঠাই আছে, তাত প্ৰভাৱশালী নাগৰ ব্ৰাহ্মণসকল আদিতে বাস কৰিছিল আৰু এই নাগৰ ব্ৰাহ্মণসকলেই নাগৰী আখৰৰ সৃষ্টি কৰে। কিন্তু এই কথা আকৌ বহুতে বিশ্বাস নকৰে।

বৌদ্ধধৰ্ম্মই অসমত বিশেষ প্ৰতিষ্ঠা লাভ কৰিব পৰা নাছিল আৰু অশোকৰ খোদিত অনুশাসনো এতিয়ালৈকে ইয়াত আবিষ্কাৰ হোৱা নাই। অশোকৰ পাছত গুপ্তলিপিৰ পৰা "কুটিল" প্ৰভৃতি আখৰৰ উদ্ভৱ হয়। অৱশ্যে কুটিল লিপি অসমীয়া লিপিৰ জননী। কিন্তু কুটিল আখৰ বুলি কোনো আখৰ নাই। পুৰণি দেৱনাগৰী আৰু কুটিল লিপি একে লিপি। আজি কালি আমি যি অসমীয়া আখৰ ব্যৱহাৰ কৰোঁ পূৰ্ব্বে অসমীয়া আখৰ এনেকুৱা নাছিল আমি পূৰ্ব্বৰ আখৰ এতিয়া উজু কৰি লৈছোঁ। কাৰণ আখৰৰ স্বাভাৱিক গতি— সাৰল্যৰ পিনে, কাঠিন্যৰ ফালে নহয়।

পৃথিবীৰ ভিতৰত নানা প্ৰকাৰ লিপিৰ প্ৰচলন আছে। এটা পুৰণি লিপিৰ পৰাই কেইবাবিধ নতুন লিপি উদ্ভৱ হৈছে আৰু কোনো কোনো লিপি স্বাধীন ভাৱে উদ্ভৱ হৈছে। কিন্তু আমি আগতে কৈ আহিছোঁ যে প্ৰথমতে কোন লিপি কোন সময়ত আবিষ্কৃত হৈছিল, তাৰ সঠিক বিবৰণ পোৱা টান।

পোন প্ৰথমে মানুহে কাঠৰ ওপৰত, শিলৰ ওপৰত

নাইবা কেঁচা ইটাৰ ওপৰত লিখি তাক পুৰি লৈছিল। কাঠ আৰু শিলৰ ওপৰত খোদিত কৰিব পৰাকৈ আখৰবোৰ কৰা হৈছিল। তাৰ পাছত ক্ৰমাত গছৰ পাত, বাকলি আৰু গৰু-ছাগলী আদিৰ ছালত আখৰ লিখা হৈছিল। পুৰণি অসমত সাঁচিপাতৰ বহুল প্ৰচলন আছিল।

পৃথিবীৰ ভিতৰত কেইবাবিধো আখৰৰ সৃষ্টি হৈছিল। ভাষাৰ নিচিনা লিপিকো কেইবা ভাগত বিভক্ত কৰিব পাৰি। তাহানি কালত মিচৰ আদি দেশৰ ভাৱজ্ঞাপক চিনবোৰ নানাবিধ চৰাই-চিৰিকতি প্ৰাণীৰ আকাৰৰ নিচিনা আছিল। প্ৰত্যেক ভাষাৰ যেনে এটা নিজস্ব সুৰ আৰু বিশেষত্ব আছে, তেনেদৰে তাৰ লিপিৰো এটা বিশেষ যোজন-কৌশল আছে।

শ্ৰীসুৰেন্দ্ৰ মোহন দাস

**কঠিন শব্দৰ অৰ্থ:—**

প্ৰত্নতত্ত্ববিৎ— পুৰণি কথাৰ সন্ধেদ লওঁতা।

নিদৰ্শন— চিন, প্ৰতীক

প্ৰতিপন্ন— প্ৰমাণ

**প্ৰশ্ন**— ১। চীন, মিচৰ আৰু ভাৰতৰ লিপি উদ্ভাৱন আৰু লিখন প্ৰণালী আৰম্ভৰ বিষয়ে কি জানা লিখা।

# বতাহৰ কথা

[শ্ৰীযুত মিহিৰ কান্ত বৰুৱা বিজ্ঞানৰ এজন উজ্জ্বল ছাত্ৰ। জটিল বৈজ্ঞানিক তত্ত্ব তেওঁৰ লিখাৰ ভঙ্গীত সহজ আৰু সুস্পষ্ট হৈছে। বিজ্ঞানৰ বিষয়ো যে সহজভাৱে অসমীয়া ভাষাত বৰ্ণনা কৰিব পাৰি— এই প্ৰবন্ধয়ে তাৰ পৰিচয়।]

আমি এই পৃথিবীখনত বতাহৰ মাজতেহে বুৰ গৈ আছোঁ— ঠিক যেনেকৈ মাছবোৰ পানীৰ মাজত বুৰ গৈ আছে। মাটিৰ পৰা বহুত ওপৰলৈ বতাহ আছে। কোনো কোনোৱে দুশ মাইল ওপৰলৈকে আছে বুলিয়েই কয়। পিছে এটা কথা— বতাহ যে আছে, তুমিনো কেনেকৈ জানিবা? কাৰণ বতাহ চকুৰে নেদেখি। অৱশ্যে আছে বুলি গম ধৰিব পাৰি। এইটো জানি থোৱা যে বতাহ এটা বাষ্পীয় পদাৰ্থ। পদাৰ্থৰ যি যি গুণ, সেইবোৰ গুণ বতাহৰো আছে। বতাহ চকুৰে নেদেখি যদিও বৰকৈ বতাহ বলিলে, আমি বতাহৰ স্পৰ্শ অনুভৱ কৰোঁ। মুখেৰে ফু মাৰি দিলে বা পাম্পেৰে বতাহ দিলে আমাৰ গাত বতাহ লাগে। তদুপৰি তাপ পালে বতাহৰ আয়তন বাঢ়ে। আমি উশাহ লওঁতে নাকেৰে বতাহ ভিতৰলৈ টানি নিওঁ। এইবোৰ কথাৰ পৰাই বতাহ যে আছে প্ৰমাণ কৰিব পাৰি। বতাহ যদিও নিচেই

পাতল বস্তু, তথাপি ইয়াৰো ওজন আছে; বতাহৰো গধুৰ পাতল অৱস্থা আছে।

এতিয়া চোৱা যাওক, বতাহ কি, ই কিহেৰে গঠিত, অৰ্থাৎ বতাহত কি কি আছে? বতাহ এটা বাষ্পীয় পদাৰ্থ। প্ৰধানকৈ অম্লজান আৰু যবক্ষাৰজান নামেৰে দুটা গেচ লগ লাগিয়েই বতাহ গঠিত হৈছে। অম্লজানৰ ইংৰাজী নাম হ'ল অক্সিজেন আৰু যবক্ষাৰজানৰ ইংৰাজী নাম নাইট্ৰোজেন। বতাহত পাঁচভাগৰ এভাগ অম্লজান আৰু বাকী চাৰিভাগ যবক্ষাৰজান থাকে। অৱশ্যে ঠাই বুজি, ইয়াৰ নিচেই সামান্য তাৰতম্যও ঘটিব পাৰে। যেনে সাগৰৰ পাৰত অম্লজানৰ পৰিমাণ পাঁচভাগৰ এভাগতকৈ অলপ বেছি থাকে। কিন্তু কলকাৰখানা আদিৰে জাঁজ হৈ থকা ঠাইবিলাকত অম্লজানৰ পৰিমাণ পাঁচভাগৰ এভাগতকৈ অলপ কম। বতাহত অম্লজান আৰু যবক্ষাৰজান থকাৰ উপৰিও আৰু কেইটামান গেচ নিচেই সামান্য পৰিমাণে থাকে। সেই কেইটা হৈছে—অঙ্গাৰ-দ্বি-অম্লজ বা কাৰবন-ডি-অক্সাইড, আৰ্গন, নিয়ন, হিলিয়াম, ক্ৰিপটন, জেনন, এমনিয়া, ওজন, পানীৰ ভাপ ইত্যাদি। বতাহ এটা যৌগিক পদাৰ্থ নহয়—ই এই কেইটা গেচৰ সংমিশ্ৰণহে মাথোন।

বতাহত অম্লজান আছে বুলিয়েই আমি জীয়াই থকাটো সম্ভৱ হব পাৰিছে। উশাহ লওঁতে-আমি হাওঁফাওঁলৈ বতাহ টানি নিওঁ। হাওঁফাওঁনো কি বস্তু বুজিছানে? আমাৰ

বুকুৰ ভিতৰত যে কিবা এটাই টিপটিপাই থাকে গম পোৱানে ? সেইটো হৈছে কলিজা। ইয়েই গোটেই শৰীৰলৈ তেজ পঠিয়াই থাকে। এই কলিজাৰ দুয়োকাষে দুটা যন্ত্ৰ আছে। তাৰ নাম হ'ল, হাওঁফাওঁ ইংৰাজীত "লাংচ"। ই বতাহৰ পৰা অম্লজান গেচখিনি বাহিৰ কৰি লয়। কলিজাৰ পৰা বেয়া তেজবোৰ হাওঁফাওঁলৈ যায়; তাতে অম্লজান গেচৰ লগ লাগি বেয়া তেজবোৰ আকৌ বিশুদ্ধ হয় আৰু কলিজালৈ ঘূৰি আহে। বতাহত অম্লজান গেচ নোহোৱা হলে আমি উশাহ লবও নোৱাৰিলোঁহেতেন আৰু এইদৰে তেজ বিশুদ্ধ কৰিবও নোৱাৰিলোঁহেতেন। মুঠতে আমাৰ মৰণৰ বাহিৰে আন গতি নোহোৱা হ'লহেঁতেন।

আৰু এটা কথা,—নিচেই সৰু কোঠালী এটাত বহুত মানুহ থাকিলে আটায়ে উশাহৰ লগত অম্লজান লোৱাৰ ফলত বতাহত অম্লজানৰ পৰিমাণ কমি যায়; নতুনকৈ বতাহ চলাচল নহলে আমি পিছলৈ যথেষ্ট পৰিমাণে অম্লজান নেপাওঁ। সেয়েহে এনে ঠাইত থাকিলে স্বাস্থ্যৰ অপকাৰ ঘটে।

মানুহৰ বাহিৰে আন জীৱজন্তুৱেও এইদৰে উশাহ লয়, আৰু অম্লজানৰ সহায়ত তেজ বিশুদ্ধ কৰে। পানীত থকা মাছবোৰ টুপুৰটুপুৰকৈ ওপৰলৈ মুখ উলিয়া দেখিছানে ? সিহঁতে সেইদৰেই উশাহ লয়। অৱশ্যে পানীৰ লগত মিহলি হৈ থকা বতাহৰ পৰাও সিহঁতে উশাহ ল'ব পৰা উপায় আছে ?

অকল যে জীৱজন্তুৱেহে বতাহৰ পৰা অম্লজান লয় এনে নহয়— গছগছনিয়েও উশাহ লওঁতে অম্লজান ভিতৰলৈ নিয়ে। গছে উশাহ লোৱা বুলিলে তোমালোকে উচাপ খাই উঠিবানেকি, উচাপ নেখাবা। গছে সঁচাকৈয়ে উশাহ লয়। গছৰো জীৱ আছে নহয়। পিছে গছৰ নাক কোনটো কব পাৰিবানে? —শুনা— গছৰ সেউজীয়া পাতবোৰৰ দুয়ো পিঠিতে কিছুমান নিচেই সৰু সৰু বিন্ধা আছে। এইবোৰেই হৈছে গছৰ নাক। এই বিন্ধাবোৰ অণুবীক্ষণ যন্ত্ৰেৰে চালেহে দেখা যায়।

বতাহত থকা অম্লজান গেচে আৰু এটা বৰ ডাঙৰ উপকাৰ কৰিছে। সেইটো কি জানা? অম্লজানৰ সহায় নহলে কোনোমতেই জুই জ্বলিব নোৱাৰে। জুইকুৰা জ্বলোতে ই বতাহত থকা অম্লজানৰ লগ লাগিবই লাগিব। কথাটো এইদৰে প্ৰমাণ কৰিব পাৰিবা। এডাল মম জ্বলোৱা আৰু তাক গিলাচ এটাৰে ঢাকি দিয়া। অতি কম সময়ৰ ভিতৰতে মমডাল আপোন-আপুনি নুমাই যাব। কিয় জানানে? গিলাচটোৰে ঢাকি দিয়াৰ ফলত বাহিৰৰ বতাহৰ পৰা অম্লজান আহি মমডাল জ্বলাত সহায় কৰিব পৰা নাই। কিন্তু গিলাচৰ ভিতৰত যিমানখিনি বতাহ আছে, তাৰ অম্লজানৰ সহায়তে মমডাল অলপ সময় জ্বলিল। যেতিয়াই সেই অম্লজান শেষ হ'ল— মমডাল নুমাই গ'ল। কাৰণ গিলাচৰ ভিতৰত বাকী থকা যৱক্ষাৰজানে জুই জ্বলাত

সহায় নকৰে।

আমাৰ গঠনৰ কাৰণে যবক্ষাৰজানৰ প্ৰয়োজনীয়তাও নোহোৱা নহয়। কিন্তু বতাহত থকা যবক্ষাৰজান পোনপটীয়াকৈ গ্ৰহণ কৰাৰ আমাৰ কোনো সুবিধা নাই। যবক্ষাৰজান মাটিৰ লগত মিহলি হৈ ৰাসায়ণিক যৌগিক পদাৰ্থলৈ ৰূপান্তৰিত হয়—তাকে গছগছনিয়ে শিপাৰ সহায়ত গ্ৰহণ কৰে। যিবিলাক উদ্ভিদ আমাৰ খাদ্য—তাৰ পৰাই আমি এই যবক্ষাৰজান পাওঁ।

বতাহত থকা অঙ্গাৰ দ্বি অম্লজ বা কাৰ্ব্বাণ-ডাই অক্সাইড নামৰ গেচ গছগছনিৰ কাৰণে বৰ লাগতিয়াল। সূৰ্য্যৰ পোহৰ পৰি থকা অৱস্থাত গছৰ পাতত থকা বিন্ধা বিলাকে এই গেচ শুহি নিয়ে। এই গেচৰ লগত শিপাই মাটিৰ পৰা শুহি অনা পদাৰ্থৰ ৰাসায়নিক সংযোগত গছৰ খাদ্য তৈয়াৰি হয়—আৰু এই খাদ্যৰ সহায়তে গছে জীৱন ধাৰণ কৰে।

এটিয়া বাৰু আন এটা কথা কওঁ শুনা দেই। তোমালোকক কৈয়ে আহিছোঁ যে বতাহৰ ওজন আছে। এই ওজনৰ বাবেই ওপৰৰ বতাহখিনিয়ে তাৰ তলত থকা বতাহক হেঁচা দিয়ে। আমাৰ মূৰৰ ওপৰত প্ৰায় দুশমাইল জুৰি বতাহ আছে। এই বতাহে সদায়েই আমাক তাৰ ওজনৰ সমান হেঁচা দি আছে। মাটিৰ ঠিক ওপৰতে এক বৰ্গইঞ্চি ঠাইত বতাহে প্ৰায় সাৰে সাত সেৰ ওজনৰ হেঁচা দিয়ে।

সেই হিচাবে আমাৰ গোটেই গাতে প্ৰায় চাৰিশ মোনতকৈও বেচি ওজনৰ বতাহৰ হেঁচা পৰিছে। চাৰিশ মোন ওজনৰ বস্তু এটা আমাৰ গাত দি দিলে আমি নিশ্চয় চেপেটা হৈ যাম নহয়নে? কিন্তু বতাহৰ ইমান প্ৰচণ্ড হেঁচাতো আমি যে চেপেটা হৈ নগৈ এইদৰেই থাকোঁ, তাৰ কাৰণ কি জানানে? কাৰণটো হৈছে আমাৰ শৰীৰৰ ভিতৰত যি বতাহ আছে, সেই বতাহেও বাহিৰৰ ফালে সমানেই হেঁচা দিয়ে। দুয়োফালে সমান হেঁচা হোৱাৰ কাৰণে আমাৰ কোনো অসুবিধা নঘটে। কিন্তু কোনো এফালে কম-বেচি হলেই আমাৰ মৰণ হব।



কোনো এটা বিন্দুত বতাহৰ ছাপ সকলো ফালেই সমান থাকে। বতাহে যে ছাপ দিয়ে সেইটো চাবলৈ হলে তুমি এটি নিচেই সহজ পৰীক্ষা কৰি চাব পাৰা। এটা আইনাৰ গিলাচত মুখলৈকে চপচপীয়াকৈ পানী ভৰোৱা আৰু তাৰ মুখত পোষ্টকাৰ্ড বা তেনে ধৰণৰ কাগজ এখন দিয়া। চাবা যাতে কাৰ্ডখন আৰু পানীৰ মাজত অকনো ঠাই খালি নেথাকে। এতিয়া কাৰ্ডখনত হেঁচামাৰি ধৰি

গিলাচটো উবুৰিয়াই দিয়া। গিলাচটোৰ ওপৰভাগ হাতেৰে ধৰি কাৰ্ডখনৰ পৰা হাতখন একৰাই আনা। দেখিবা যে কাৰ্ডখনো সৰি নপৰে আৰু পানীও পৰি নাযায়। পানীখিনি কিয় ৰৈ থাকিল, পৰি নগ'ল কিয়? সেই পাতল কাৰ্ডখনে এগিলাচ পানী ধৰি ৰাখিব পৰা শক্তি পালে ক'ৰ পৰা? এইটো বতাহৰ ছাপৰ দ্বাৰাই সম্ভৱ হব পাৰিছে। বতাহে কাৰ্ডখনত তলফালৰ পৰা যি হেঁচা দিয়ে সেই হেঁচা পানী-খিনিৰ ওজনতকৈও বেচি। সেই কাৰণে পানীখিনি পৰি নগৈ ৰৈ থাকিব পাৰিলে।

তোমালোকে টিউবৱেল বা পানীকল দেখিছা। বতাহে ছাপ দিয়াৰ ফলতে এই পানীকলৰ সহায়ত মাটিৰ তলৰ পৰা পানী উলিওৱাটো সম্ভৱ হৈছে। পানীকলটোৰ নাল-ডালত হেঁচা মাৰি দিলে, কলটোৰ ভিতৰৰ বতাহ খিনি বাহিৰলৈ ওলাই আহে। সেই ঠাইত বতাহ প্ৰায় নোহোৱা হয় আৰু তাৰ ভিতৰৰ বতাহৰ জোৰ কমি যায়। তেতিয়া বাহিৰৰ বতাহৰ হেঁচাৰ ফলত নলীডালেদি পানী ওপৰলৈ উঠি আহে।

তোমালোকে ফাউণ্টেন পেনত চিয়াঁহী ভৰোৱা দেখিছা। তাৰ ৰবৰ টুকুৰাত হেঁচা মাৰি দিলে ভিতৰৰ বতাহখিনি ওলাই যায়। তেতিয়া নলীটো চিয়াঁহীৰ মাজত ডুবাই দি, হেঁচাটো এৰি দিলে বাহিৰৰ বতাহৰ ছাপ পাই নলীটোৰেদি চিয়াঁহী ওপৰলৈ উঠি আহে। কোনো

কোনোবাৰ কলমত আকৌ তাৰ গাতে কিটিপ্ এটি লগোৱা থকে। সেইকিটিপ্‌টো দাণ্ডি দিলে, ভিতৰৰ ৰবৰৰ নলীচাডালত হেঁচা পৰে আৰু ভিতৰৰ বতাহখিনি বাহিৰলৈ ওলাই যায়। এতিয়া নিবটো চিয়াঁহীৰ মাজত ডুবাই দি কিটিপ্‌টো এৰি দিলে, ভিতৰৰ বতাহে জোৰ কৰিব নোৱাৰে, বাহিৰৰ বতাহে চিয়াঁহী ঠেলি কলমৰ ভিতৰলৈ সুমাই দিয়ে।

কোন ঠাইত বতাহৰ হেঁচা কিমান তাক জুখিবৰ কাৰণে এটা যন্ত্ৰ আছে। যন্ত্ৰটোৰ নাম হল বেৰোমিটাৰ। এই বেৰোমিটাৰৰ সহায়ত আৰু এটা খুব ভাল কথা জানিব পাৰি। যি কোনো সময়ত বতৰ খৰাং হব নে ডাৱৰীয়া হ'ব, এই কথাটো দুই এদিনৰ আগতেই এই যন্ত্ৰৰ সহায়ত গম পোৱা যায়। যদি বেৰোমিটাৰত বতাহৰ ছাপ কমি যোৱা দেখা যায়— তেনেহলে জানিব লাগিব যে অতি সোনকালে বৰষুণ দিব। কাৰণ, বৰষুণ দিবৰ আগতে বতাহত বহুত পৰিমাণে জলীয় ভাপ গোট খায়। বতাহত বেচিকৈ জলীয় ভাপ থকিলে সাধাৰণ অৱস্থাতকৈ বতাহ পাতল হয় আৰু তাৰ ছাপ কমি যায়। সেই কাৰণে বেৰোমিটাৰত বতাহৰ ছাপ কম যেন দেখিলে বৰষুণৰ বতৰ নাইবা ডাৱৰীয়া বতৰৰ আগন্তুক দেখা যায়। সেইদৰে বৰ শুকান বতৰ হব লগীয়া হ'লে বতাহ সাধাৰণ অৱস্থাতকৈ গধুৰ হয় আৰু তাৰ ছাপো বাঢ়ি যায়।

তাপ পালে আন পদাৰ্থৰ যিদৰে আয়তন বাঢ়ে, সেইদৰে বতাহৰো আয়তন বাঢ়ে। তোমালোকে জানাই নহয়, এটা বেলুনত বতাহ ভৰাই জুইৰ কাষত থৈ দিলে বেলুনটো ফুলি উঠে। তাপ পাই তাৰ ভিতৰৰ বতাহৰ আয়তন বঢ়াৰ কাৰণেই বেলুনটো এইদৰেই ডাঙৰ হবলৈ ধৰে।

তাপ দিলে বতাহ পাতল হয়। আৰু তেতিয়া ওপৰলৈ উৰি গুচি যায়। তোমালোকে বোধ কৰোঁ মন কৰিছা, খুব ডাঙৰকৈ জুই জ্বলিলে, জুইৰ কাষলৈ কেউফালৰ পৰা বতাহ বলে। কাৰণ জুই জ্বলোতে তাপ পাই তাৰ বতাহ পাতল হৈ ওপৰলৈ উৰি গুচি যায় আৰু সেই খালি ঠাই পূৰাবলৈ আন ঠাইৰ পৰা চেঁচা বতাহ আহে।

বতাহত যে জুলীয়া ভাপ থাকে, সেইটো কথা আগতেই কৈ আহিছোঁ। এই জলীয়া ভাপেই সময়ত ৰূপান্তৰিত হৈ নিয়ৰ, কুঁৱলী আদিৰ সৃষ্টি কৰে।

এতিয়া এটা ধুনীয়া কথা কওঁ শুনা। তোমালোকে জানিছাই বতাহ কি বস্তু। পিছে বতাহকো যে জুলীয় কৰিব পাৰি, সেইটো জানানে? বৈজ্ঞানিক সকলে বতাহকে জুলীয়া অৱস্থালৈ নিব পাৰিছে। অসম্ভব ৰকমে চেঁচা কৰি চাপৰ তাৰতম্যৰ দ্বাৰা বতাহ জুলীয়া কৰা হয়। জুলীয় বতাহ কিমান চেঁচা, তোমালোকে কল্পনাই কৰিব নোৱাৰিব কিজানি। বৰফ চুই চাইছা নহয়। বৰফেই ইমান বেি চেঁচা। বৰফৰ তাপ চেন্টিগ্ৰেড থাৰ্ম্মোমিটাৰ মতে শূন্য ডিগ্ৰী

কিন্তু জুলীয়া বতাহৰ তাপ তাতোকৈও ১৯০ ডিগ্ৰী কম।

জুলীয়া বতাহত এটুকুৰা মঙহ নাইবা এপাহ ফুল পেলাই দিলে এই মঙহ টুকুৰা নাইবা ফুলপাহ ইমান টান হব যে তাক ভাঙি গুৰি কৰি পেলাব পাৰিবা। জুলীয়া বতাহৰ সংস্পৰ্শত আহিলে ৰবৰ এটুকুৰাও খুব কঠিন হৈ পৰিব। বৈজ্ঞানিকসকলে জুলীয়া বতাহক কেইবাটাও কামত ব্যৱহাৰ কৰিছে।

শ্ৰীমিহিৰকান্ত বৰুৱা।

---

## কঠিন শব্দৰ অৰ্থ—

আয়তন— বিস্তাৰ।

তাৰতম্য— কম বেছি; উনৈছ বিছ।

টিপটিপাই— লৰি থকা।

উচাপ খাই— আচৰিত হৈ।

**প্ৰশ্ন**— (১) বতাহৰ স্থিতিৰ কিদৰে প্ৰমাণ দিবা? বতাহৰ যে ছাপ আছে— তাৰ প্ৰমাণ দিয়া।

(২) চমু টোকা লিখাঃ—

হাওঁফাওঁ, বেৰোমিটাৰ, থাৰ্মোমিটাৰ, বতাহৰ উপাদান।

---

# সৰোজিনী নাইডু

[ শ্ৰীযুত পূৰ্ণ চন্দ্ৰ মজুমদাৰ, বৰ্ত্তমান চিলঙৰ লেডি কিন কলেজৰ অসমীয়াৰ অধ্যাপক। সাময়িক পত্ৰিকাত শ্ৰীযুত মজুমদাৰৰ গল্প-প্ৰবন্ধ প্ৰকাশ হৈ আছে। ]

"প্ৰাচ্যৰ নাইটিঙ্গেল" বুলি সৰোজিনী নাইডু বিখ্যাত।—নাইটিঙ্গেল কি তোমালোকে জানানে ? নিশ্চয় তোমালোকে আমাৰ দেশৰ কুলি, কেতেকী আদি চৰাই দেখিছা ; সিহঁতৰ শুৱলা মাতৰ গীতো শুনিছা। "নাইটিঙ্গেলো" আমাৰ কুলি, কেতেকীৰ নিচিনাই এবিধ ইউৰোপীয় চৰাই। অতি সুন্দৰ সুৰৰ গীতবোৰ গাই মানুহৰ মন মুগ্ধ কৰে। ঠিক তেনেদৰে সৰোজিনী নাইডুৱে লিখা কিতাপবোৰ পঢ়ি মুগ্ধ হৈ ইউৰোপৰ মানুহে তেওঁক এই নামটো দিয়ে।

অকল ক-ফলাখন পঢ়িয়েই মহাপুৰুষ শঙ্কৰদেৱে আকাৰ ইকাৰ নোহোৱা এটি বিতোপন ধৰ্ম্মমূলক কবিতা ৰচনা কৰি পেলাইছিল। নৱম মানত পঢ়ি থকা সৰোজিনীয়ে বীজগণিতৰ অঙ্ক এটা কৰি থাকোঁতে হঠাতে এটা ধুনীয়া কবিতা লিখি পিতৃ-মাতৃ সকলোকে আচৰিত কৰে। পিচৰ জীৱনত প্ৰকাশ পোৱা কাব্য প্ৰতিভাৰ আগ-জাননী অতি অলপ বয়সতে তেওঁ সকলোৰে আগত দাঙি ধৰিব পাৰিছিল।

সৰোজিনী নাইডুৰ আচল ঘৰ বঙ্গদেশৰ বিক্ৰমপুৰত। তেওঁৰ পিতাক ডাঃ অঘোৰ নাথ চট্টোপাধ্যায় এজন বিশিষ্ট বৈজ্ঞানিক আছিল। হায়দৰাবাদৰ নিজাম কলেজত তেওঁ ভালেদিন অধ্যক্ষ হৈ থাকে। পাণ্ডিত্য আৰু বিনয়ৰ কাৰণে



সৰোজিনী নাইডু

তেওঁ সকলো ঠাইতে সুনাম অৰ্জ্জন কৰিব পাৰিছিল। সৰোজিনীৰ মাক বৰদা সুন্দৰী দেবীও আছিল এগৰাকী বিদুষী মহিলা। বঙালী ভাষাত তেওঁ অতি মনমোহা কবিতা ৰচনা কৰে। এনে পিতৃ-মাতৃৰ সন্ততি হৈ সৰোজিনী চট্টোপাধ্যায় যে এদিন পৃথিবীৰ সৰ্ব্বশ্ৰেষ্ঠা নাৰীসকলৰ মাজত

বিশিষ্ট আসন লাভ কৰিব, তাত আচৰিত হবৰ একো নাই।

সকলোকে চমক লগাই বাৰ বছৰ বয়সত মাদ্ৰাজ বিশ্ববিদ্যালয়ৰ পৰা মেট্ৰিক পাচ কৰে আৰু এবছৰৰ পিচতে তেৰশ শাৰীৰ এখনি মনোহৰ কাব্য ৰচনা কৰে। ইয়াৰ কিছুদিনৰ পিচতে আকৌ দুহেজাৰ শাৰীৰ বিৰাট নাটক এখন লিখি উলিয়ায়।

ষোল বছৰ বয়সত উচ্চ শিক্ষাৰ কাৰণে তেওঁ বিলাত পায়গৈ। প্ৰথমতে লণ্ডনৰ 'কিংজ' কলেজ আৰু তাৰ পিচত কেমব্ৰিজৰ 'গাৰ্টন' কলেজত—মুঠতে তিনি বছৰ শিক্ষালাভ কৰি খৃঃ ১৮৯৮ চনত ভাৰতলৈ আহে আৰু সেই বছৰতে তেওঁ ডাঃ গোবিন্দ ৰাজুলা নাইডুক বিয়া কৰায়। নিজে ব্ৰাহ্মণ কন্যা হৈও সাৰোজিনীয়ে অব্ৰাহ্মণ নাইডুক বিয়া কৰাবলৈ অকণো সঙ্কোচ নকৰিলে। কাৰণ এনেবোৰ সঙ্কীৰ্ণ গণ্ডীৰ ভিতৰত সাৰোজিনীৰ ভাব আবদ্ধ নাছিল।

নিজৰ অসাধাৰণ প্ৰতিভা আৰু বৈদেশিক শিক্ষা তেওঁ কেৱল কবিতাৰ মাজতে আবদ্ধ কৰি ৰাখিব নোৱাৰিলে। দেশৰ দুৰৱস্থাৰ ছবিয়ে তেওঁৰ কোমল হৃদয় আকৰ্ষণ কৰিলে। তেওঁৰ চকুৰ আগত ভাঁহি উঠিল স্বাধীন আৰু পৰাধীন দেশৰ মানুহৰ অৱস্থাৰ পাৰ্থক্য।—সেই সময়ত ভাৰতবৰ্ষত এটা নতুন পৰিস্থিতিৰ সৃষ্টি হৈছে। ইংৰাজ শাসন আৰু শোষণৰ পৰা দেশ-বাসীক মুক্ত কৰিবৰ কাৰণে মহাত্মা গান্ধীকে আদি কৰি দেশনেতা সকলে আন্দোলন চলাইছে। সৰোজিনী

নাইডুৱেও সংকল্প কৰিলে—ইংৰাজ জাতিৰ এই অন্যায়ৰ বিৰুদ্ধে ভাৰতবাসীক ঐক্যবদ্ধ কৰি থিয় কৰাব।

খৃঃ ১৯১৩ চনত আফ্ৰিকাৰ সত্যাগ্ৰহত সফল হৈ গান্ধীজী ভাৰতলৈ অহাৰ লগে লগেই সৰোজিনী নাইডুৱে তেওঁক ৰাজনৈতিক নেতা বুলি' মানি লয়; আৰু তেতিয়াৰে পৰা দেশৰ হকে, দেশৰ দুখ-দুৰ্গতি মোচনৰ কাৰণে নিজৰ ব্যক্তিগত জীৱনৰ সুখ-সম্ভোগ ত্যাগ কৰি দেশ সেৱাৰ কঠোৰ ব্ৰত আৰম্ভ কৰে। তেওঁৰ শুৱলা কবিত্বময় বক্তৃতাই জনসাধাৰণৰ প্ৰাণত নতুন উৎসাহ দিলে। দেশকৰ্ম্মীসকলে তেওঁৰ বক্তৃতা শুনি নতুন কৰ্ম্ম-প্ৰেৰণা পালে। দেশৰ হকে তেওঁ হাঁহি মুখে কাৰাবৰণো কৰিলে।

অকৃত্ৰিম দেশ-সেৱা আৰু অসাধাৰণ মেধাশক্তি দেখি ভাৰতৰ দেশ নেতাসকলে খৃঃ ১৯২৫ চনত সৰোজিনী নাইডুক ভাৰতীয় কংগ্ৰেছ জাতীয় মহাসভাৰ সভাপতি নিৰ্ব্বাচিত কৰে। অকল এনি বেচান্তৰ বাহিৰে আৰু কোনো নাৰীয়েই এনে সন্মান লাভ কৰিব পৰা নাছিল।

ভাৰতৰ নানান সমস্যা সমাধানৰ উপায় সম্পৰ্কে ইংলণ্ড আমেৰিকা আদি দেশত জনমত গঠনৰ বাবে নাইডুৱে যি চেষ্টা কৰিছিল তাৰ দ্বাৰা অকল ভাৰতবৰ্ষতেই নহয়, গোটেই জগতৰ নাৰী সমাজৰ মাজত তেওঁ আদৰ্শ স্থান লাভ কৰি থাকিব। ভাৰতৰ উন্নতি কামনাই আছিল তেওঁৰ আমৰণ চিন্তা; আৰু তাৰ কাৰণে তেওঁ যথা সৰ্ব্বস্ব ত্যাগ·

কৰিবলৈ কুণ্ঠিত নহৈছিল।

অকল ৰাজনীতিৰ ভিতৰতে সৰোজিনী নাইডু আবদ্ধ নাছিল। বিদেশীৰ হাতৰ পৰা দেশ এখন স্বাধীন হ'লেই তাৰ উন্নতি নহয়। দেশবাসীয়ে যদি স্বাধীনতাৰ মূল্য নুবুজে, দেশৰ জনসাধাৰণৰ মাজৰ পৰা আগৰ কু-সংস্কাৰ, দুৰ্নীতি, আৰু মনৰ সঙ্কীৰ্ণতাবোৰ আতৰি নাযায় তেনেহলে স্বাধীনতায়ো মানুহক সুখ দিব নোৱাৰে। সেই কাৰণে তেওঁ সমাজৰ উন্নতিৰ কাৰণেও বিশেষ জোৰ দিয়ে।

সংসাৰ কৰ্ম্মময়। সকলোৱে কাম কৰি খাব লাগে। ইয়াত নাৰী পুৰুষৰ বিভিন্নতা থাকিব নোৱাৰে; কি ৰাজ-নীতি, কি সমাজ-নীতি কোনো ঠাইতে নাৰী পুৰুষৰ ব্যৱধান থাকিব নালাগে। জীৱনৰ সুখ-দুখ, সম্পদ-আপদ সকলো অৱস্থাতে দুয়োয়ে সমান অংশ গ্ৰহণ কৰিব লাগে। এয়ে আছিল নাইডুৰ নাৰী-পুৰুষ সম্বন্ধে ধাৰণা। সেই কাৰণেই তেওঁ তিৰোতাৰ পৰ্দ্দা-প্ৰথা, বাল্য-বিবাহ আৰু আন ভালেমান কু-সংস্কাৰ উঠাই দিবলৈ চেষ্টা কৰে। ভাৰতীয় কংগ্ৰেচ জাতীয় মহাসভাত নাৰী পুৰুষৰ সমান অধিকাৰ তেওঁৰ চেষ্টাতেই প্ৰতিষ্ঠা হয় বুলি কলেও বেছি কোৱা নহয়।

সৰোজিনী নাইডুৰ আন এটা বিশেষ গুণ হৈছে তেওঁৰ বাক্-পটুতা। তেওঁৰ বক্তৃতাৰ মাজেদি যেন কবিতাৰ ছন্দহে বাহিৰ হৈছে—এনেহেন লাগে। সেই কাৰণেই তেওঁৰ বক্তৃতা শুনি সকলো মুগ্ধ হৈছিল। তেওঁৰ আন এটা গুণ

হৈছে তেওঁৰ ৰহস্য-প্ৰিয়তা। ৰহস্যপূৰ্ণ নানান কথা-বতৰা পতাত তেওঁৰ বেচ ৰাপ আছিল। মনৰ প্ৰফুল্লতা আছিল বুলিয়েই ৬১ বছৰ বয়সতো তেওঁৰ স্বাস্থ্য অটুট আছিল আৰু প্ৰায় জীয়েকসকলৰ নিচিনা দেখা গৈছিল।

এনে সৰ্ব্বগুণসম্পন্না মহিলা গৰাকীৰ খৃঃ ১৯৪৯ চনৰ পহিলা মাৰ্চ্চৰ দিনা পৰলোক হয়। তেওঁৰ মৃত্যুত ভাৰতৰ সাহিত্য, সমাজ আৰু ৰাজনীতি— সকলোতে এটা পূৰাব নোৱৰা ক্ষতি হ'ল। ভাৰতৰ সকলো নৰ-নাৰীয়ে গভীৰ শোক প্ৰকাশ কৰিলে। জগতৰ বুৰঞ্জীত তেওঁৰ কীৰ্ত্তি যুগমীয়া হৈ থাকিব।

শ্ৰীপূৰ্ণ চন্দ্ৰ মজুমদাৰ এম. এ

---

## কঠিন শব্দৰ অৰ্থ—

বিদুষী— (স্ত্ৰীলিঙ্গ, ইয়াৰ পুংলিঙ্গ বিদ্বান্) শিক্ষিতা।
পৰ্দা-প্ৰথা— ওৰণি লোৱা নিয়ম।

**প্ৰশ্ন**— (১) ভাৰতীয় সমাজ, সাহিত্য আৰু ৰাজনীতিলৈ সৰোজিনী নাইডুৰ অৱদানৰ সম্যক বিচাৰ কৰা।

---

# আল্পচ ভ্ৰমণ

["নানা দেশ দেখে যি, নানা কথা শিকে সি" এইটি বহমূলীয়া বচন। দেশ ভ্ৰমণ নকৰিলে শিক্ষা সম্পূৰ্ণ নহয়। সেই কাৰণে ইউৰোপ, আমেৰিকা আদি দেশত স্কুল আৰু কলেজৰ ছাত্ৰ-ছাত্ৰীক দেশ ভ্ৰমণ কৰিবলৈ নানা ভাৱে সহায় সুবিধা দিয়া হয়। ভূগোল, বুৰঞ্জী আৰু প্ৰকৃতি পাঠৰ নিমিত্তে দেশ-ভ্ৰমণ নিতান্ত প্ৰয়োজনীয়। বৰ্ত্তমান প্ৰবন্ধত লিখকে আল্পচ ভ্ৰমণৰ বৰ্ণনাৰ লগতে ভালেমান জানিব লগীয়া বিষয়ৰ উল্লেখ কৰিছে। এই বৰ্ণনা চুইজাৰলেণ্ড ভ্ৰমণ পুথিৰ পৰা উদ্ধৃত]

আল্পচ পৰ্ব্বতৰ মাজত এই ফাৰ্কা পাচ চেণ্ট গোথাৰ্ড পাচৰ লগত সংলগ্ন। গোথাৰ্ড পাচেই ইটালি আৰু চুইজাৰলেণ্ডক সংযোগ কৰিছে। যুদ্ধৰ সময়ত ই বিশেষ গুৰুত্বপূৰ্ণ ঠাই আছিল। আমি পুৰা আল্পচ পাহাৰ ভ্ৰমণ কৰিবলৈ ওলোৱা মটৰ বাচত উঠি এইখিনি ওলাইছোঁহি। এতিয়ালৈকে আল্পচ পাহাৰৰ বহু সৰু সৰু গাঁৱৰ মাজেদি আহিছোঁ। সন্ধিয়া আঠ-ন বজাত উভতি হোটেল পোৱাৰ কথা। অৱশ্যে অহা বাটেদি ঘূৰি নেযাওঁ; অন্য বাটেদি যাম। এই ভ্ৰমণত আল্পচ পৰ্ব্বতৰ সৌন্দৰ্য্য আৰু মনমোহা দৃশ্যাৱলী চাবলৈ অপূৰ্ব্ব সুযোগ হৈছে। এই বাটেদি আৰু

কিছুদূৰ যোৱাহেঁতেন জাংফ্ৰাওটিং (১২৫০০ ফিট) পালোহেঁতেন। কিন্তু ইমান ঘূৰিবলৈ আমাৰ সময় নাই। এক্সাৰচন বাছত ভ্ৰমণ কৰা এইটোৱেই ডাঙৰ আহুকাল। সকলোবোৰ ধৰা বন্ধা ৰীতিত চলিব লাগে। কি কি ঠাই চাবলৈ যাবা, ক'ত কিমান সময় ৰ'বা— সকলোবোৰে ঘড়িৰ কাঁটাৰ ওপৰত নিৰ্ভৰ। কোনোবা ঠাই হয়তো তোমাৰ বেচ ভাল লাগিছে— ক্ষন্তেক বেছিকৈ ৰবৰ ইচ্ছা গৈছে— কিন্তু উপায় নাই।

ফাৰ্কা পাছ ১১ বজাত পাইছোঁ। হোটেলৰ পৰা ওলাওঁতেই লগত লাঞ্চৰ (দুপৰীয়া খোৱাৰ) পেকেট লৈ আহিছিলোঁ। তাত আছে মঙহৰ চেণ্ডুইচ, সিজোৱা কণী, কেক, এপ্ৰিকট, সুমথিৰা এটা। বাটত এঠাইত ৰওঁতে দুই পেকেট বিস্কুটো কিনিছিলোঁ; তাকো ইয়াতে খাইছোঁ। পুৱা অৱশ্যে জুৰিক এৰাৰ এঘণ্টামানৰ পিছত ফ্লুলেন নামৰ গাৱঁত বৈ এটি হোটেলত ৰুটি আৰু কফি খাই আহিছোঁ। তথাপি এতিয়া ভোক বাৰুকৈয়ে লাগিছে। কোনেও নিজৰ ভাগৰ অকণমানো আনক দিয়াৰ লক্ষণ দেখা নাই।

ফ্লুলেনৰ পৰা কিছুদূৰ আহোঁতেই লগৰ যাত্ৰী সকলে বাটৰ কাষত বান্ধিথোৱা কেইটামান কুকুৰক বৰকৈ চোৱা দেখিলোঁ। সেই কুকুৰে পাহাৰত বাট হেৰোৱা মানুহক বিচাৰি অনাত সহায় কৰে। এই দেশলৈ পাহাৰ বগাবলৈ, জাৰ-জহ দুয়োকালি নানা মানুহ আহে। এওঁলোকৰ থকা-মেলাৰ কাৰণে ঠায়ে ঠায়ে হোটেল আদি আছে।

দোকমোকালিতে পাহাৰ বগাবলৈ গৈ, সাধাৰণতে সন্ধিয়া হোটেললৈ ঘূৰি আহে। কিন্তু কেতিয়াবা কোনোৱে পাহাৰৰ আঁকোৱা পকোৱা বাটেদি ঘূৰি ঘূৰি বাট ভুল কৰে। কেইবাদিনলৈকে বাট উলিয়াব নোৱাৰি পাহাৰতে অনাই-বনাই থাকিব লগা হয়। লঘোনে ভোকে কাৰোবা মৃত্যুও ঘটে। এই বাট হেৰোৱা মানুহক উদ্ধাৰ কৰে এই জাতীয় কুকুৰে। ইয়াৰ বাবে ইহঁতৰ উপযুক্ত শিক্ষাৰ স্কুল আছে।

আজি তীখৰ ৰ'দ। কিন্তু বতাহ আছে— গতিকে আমাৰ তাৰ ফাগুন মাহৰ দুপৰীয়া যেন লাগিছে। আমি যি ঠাইত বৈছোঁহি, তাত হোটেল এটা আৰু জিৰণি ঘৰ আছে। বহুত যাত্ৰী আহি ইয়াতে বৈছেহি। মোৰ ওচৰতে তিনি গৰাকী বুঢ়ীয়ে বনৰীয়া ফুল বুটলিছে। এগৰাকীয়ে মোৰ কোটৰ বুটামৰ বিন্ধাত বগা, মুগা, নীলা ফুল সুমুৱাই দিছে। তেওঁলোকে জাৰ্ম্মান ভাষাত কথা সুধিছে। মই একো বুজা নাই। ঠাৰে-চিঞাৰে আৰু মুখৰ হাঁহিৰে উত্তৰ দিছোঁ। প্ৰাণ খুলি হাঁহিব পাৰোঁ বুলি মোৰ নানা ঠাইত আদৰ হৈছে—তোমালোকৰ এই কথা বিশ্বাস হব নে? এই সকলো মানুহৰ মুখত হাঁহি। অভাৱ-অনাটন নাই—গতিকে হাঁহি আৰু আনন্দ এওঁলোকৰ নহৈ কাৰ হ'ব? বুঢ়ী তিনি গৰাকীয়ে ফুল বুটলি বুটলি মোৰ পৰা ভালেখিনি আঁতৰলৈ গৈছে। কিন্তু দূৰৈৰ পৰাও উকি মাৰি হাত বাউলি দি মোক সম্ভাষণ জনাই আছে। মই চিঠি লেখাৰ পৰা মূৰ তুলি

তেওঁলোকক তিনি চাৰি বাৰ হাত জোকাৰি প্ৰত্যুত্তৰ দিব লগা হৈছোঁ। বিদেশত ফুৰিবলৈ আহিলে এনেকৈ অচিন মানুহৰ লগতো খন্তেকৰ ভিতৰতে সহৃদয়তাৰ ভাব জন্মে।

জুৰিক চহৰ এৰি প্ৰথমে আমি জুৰিক সাগৰ (আচলতে হ্ৰদ, কালি— ৩৪৫ বৰ্গমাইল) কাষেদি পাহাৰৰ মাজে মাজে ৰেুইমাইলমান আহিলোঁ। এই ঠাইৰ বাটৰ দুয়োকাষে মনোৰম ঘৰ—অট্টালিকা অৱশ্যে নহয়। প্ৰত্যেক ঘৰতে ফুলনি আছে — নানা ৰঙৰ ফুল। তাৰ পিছত কিছু দূৰ জুগ হ্ৰদৰ পাৰে পাৰে আহিলোঁ। এই হ্ৰদ ৯ মাইল দীঘল। ইয়ালৈকে সৰল, ফাৰ আৰু লাৰ্চ গছৰ হাবি। ইউৰোপৰ সকলো ঠাইতে হাবিবোৰ ভালকৈ ৰখা হৈছে; আৰু ঠায়ে ঠায়ে নতুন গছ লগাইছে। গ্ৰেট বৃটেইনত হ্ৰদ অঞ্চলত ফুৰিবলৈ যাওঁতে পাহাৰত সৰল আৰু নানা ধৰণৰ ৰোৱা গছৰ হাবি দেখিছিলোঁ। তাৰ কিছুমান গছৰ কাঠ কয়লাৰ খনিত ঢোকা দিবলৈ ব্যৱহাৰ কৰা হয়। ছুইজাৰলেণ্ডত ১৯২৫ চনত ২৫ কৌটি জোপাতকৈ অধিক গছ ৰোৱা হৈছিল। সৰল হাবিৰ মাজে মাজে ওক, বিচ মেপল্‌ গছো আছে। ছুইজাৰলেণ্ডৰ ভিতৰত বাৰ্ণ, গ্ৰিচনছ্‌ ভড, আৰু টিচিন অঞ্চলতে বহল হাবি।

ইউৰোপৰ হাবিৰ লগত আমাৰ দেশৰ হাবিৰ ভালেখিনি পাৰ্থক্য। আমাৰ দেশৰ পৰ্ব্বতৰ হাবি জঙ্গল; আকাশ লঙ্ঘা গছ—বিস্তীৰ্ণ ডাল পাত। গছৰ তলত

কাঁইট-লতা আদিৰ ঘন জোপোহা। তাৰ মাজত সোমাবৰ সন্ধি নাই। দূৰৈৰ পৰাই আতঙ্কৰ সৃষ্টি হয়। তদুপৰি বিবিধ পোক-পৰুৱা, চৰাই-চিৰিকতি, জন্তু-জানোৱাৰ, সৰীসৃপেৰে ই সমাকীৰ্ণ। একেখন হাবিতে আকৌ শ শ বিধৰ গছ-লতা ফল-ফুল, বাঁহ-বেত। অসমৰ অৰণ্যই প্ৰকৃতিৰ বনজ আৰু প্ৰাণী সম্পদৰ অক্ষয় গৌৰৱ ঘোষণা কৰিছে। এই ফালৰ পৰা চাবলৈ গলে ইউৰোপৰ হাবি নিৰাভৰণা। ইয়াত বিবিধ জাতিৰ তৃণ-তৰু নাই। শীত প্ৰধান ঠাই দেখি আমাৰ দেশৰ দৰে দাও দাওকৈ গছবোৰ নেবাঢ়েও। এই দেশৰ হাবিক আমাৰ চিলং পাহাৰৰ সৰল গছৰ কমনীয়া শোভাৰ লগত ৰিজাব পাৰি। নিৰ্ভয়ে তুমি যি কোনো হাবিত সোমাই জিৰণি লব পাৰা। শুবৰ কাৰণে গছৰ তলত ধুনীয়া সেউজীয়া ঘাঁহনি পাৰি থোৱা আছে।

আমি গাৱঁৰ মাজেদি আহোঁতে খেতিৰ পথাৰ পাই আহিছোঁ। খেতি-বাতি ভালেই হৈছে। গোমধান, আলু, গমৰ খেতি দেখিছোঁ। এই দেশত যি খেতি হয় তাৰে দেশৰ মানুহক খাবলৈ নোজোৰে; বিদেশৰ পৰা আমদানি কৰিব লাগে। ফেফেনস্প্ৰাং নামৰ ঠাইৰ (এই ঠাইত এটি কৃত্ৰিম হ্ৰদ আছে; ইয়াত ইলেক্‌ট্ৰিচিটি সৃষ্টি কৰা হয়। ইয়াক চাবলৈ আমি দহ মিনিট ৰৈছিলোঁ।) পৰা হাবিৰ সেউজীয়া ঘাঁহ নেদেখা হলোঁ। চাৰিওপিনে নঙঠা পাহাৰ আৰু শিল। গছ-গছনি আৰু ঘাঁহ-বনহীন পাহাৰৰ এটি সুকীয়া গাম্ভীৰ্য্য

আছে। বয়সত আলৰ, উদাসীন, অবিচলিত পৰ্ব্বতমালাই মৌন যোগীৰ দৰে যেন কঠোৰ সাধনাত হে বহিছে।

শিল— শিল— শিল! ডাঙৰ-সৰু, দীঘল-চেপেটা, নিমজ-খহতা, গোটোং, কৰ্কশ-কঠোৰ অদ্ভুত অপৰূপ শিল চাৰিওপিনে সিঁচৰতি হৈ পৰি আছে। কিছুমান জোঙাল শিলে আকাশক যেন খুচিবলৈহে ঠিয় দিছে। তাৰ উচ্চতাও ভয়াবহক আৰু বিপদসূচক। কালিকালগা বুলি কিছুমান প্ৰকাণ্ড শিলক এতিয়াও মানুহে ভয়-শ্ৰদ্ধা কৰে। কোনো কোনো শিলশাৰী পৰ্ব্বত-পৰিমণ্ডলীৰ লীলাভূমি; খোলোং থকা কোনো শিল আদিম অধিবাসীৰ পূজাৰ বলিশাল; কোনোবাটো আকৌ বিজয়ী বীৰৰ কীৰ্ত্তিস্তম্ভ। আন গুণ থাকক নেথাকক, আকাশ লঙ্ঘা এই পৰ্ব্বত মালাৰ বিশালতাৰ সমুখত শ্ৰেষ্ঠ মানুহৰে গৰ্ব্ব ম্লান পৰে; জীৱনৰ অদমনীয় আকাঙ্খা চূৰ্ণ হৈ যায়।

বিভিন্ন লক্ষণলৈ লক্ষ্য কৰি আল্পচ পৰ্ব্বতশ্ৰেণীক পাঁচ ভাগত ভগাব পাৰি। গ্লেচিয়াৰ ভাগ— আল্পচৰ আটাইতকৈ ওখ অংশ, ইয়াত বৰফ গোটমাৰি পাহাৰ হৈছে। ইয়াৰ কোনো টিঙত প্ৰায় গোটেই বছৰ বৰফ পৰে। ওখ আল্পচ অংশ— ইয়াত গছ-গছনিৰ চিন-চাব নাই। পাৰ্ব্বত্য অঞ্চল— ইয়াত মাজে মাজে বেজী-পতীয়া (সৰল শ্ৰেণীৰ) গছ আৰু ওক, বিচ, এছ আদি গছ গজে। আল্পাইন অংশ— এই অংশত ঘন ঘাঁহনি, গছ-গছনি, ফল-গছ আৰু আলুৰ

খেতি হয়। পাহাৰীয়া অঞ্চল— আঙুৰ, গোমধান, গম, ধপাত আৰু নানা তৰহৰ শাক-পাঁচলিৰ খেতিৰ উপযোগী অংশ।

হ্ৰদ, জলপ্ৰপাত আৰু নৈৰ পানীক ছুইজাৰলেণ্ডত নানা কামত খটুৱাইছে। ইয়াৰ পৰা বিজুলী-শক্তি তৈয়াৰ কৰা হয়, এয়ে ছুইজাৰলেণ্ডৰ "বগা কয়লা'। পানীৰ পৰা বিজুলীশক্তি উৎপাদন কৰা সম্পৰ্কে ছুইজাৰলেণ্ড প্ৰখ্যাত। এই দেশে পানীৰ পৰা বিজুলীশক্তি সৃষ্টি কৰিব পৰা যন্ত্ৰ-পাতি পৃথিবীৰ বহুত ঠাইলৈকে চালান দিছে। বিজুলীশক্তিৰ সহায়ত এই দেশত কল-কাৰখানা ৰেল আদি চলিছে। এইমাত্ৰ আমাৰ চকুৰ আগেদি আঁকোৱা-পকোৱা বাটেদি পাহাৰৰ ওপৰলৈ বিজুলী শক্তিৰে চলোৱা ৰেলগাড়ী এখন উঠি গৈছে। পাহাৰৰ এই এঁকা বেঁকা বাটবোৰ ঠিক জানিবা আমাৰ চিলং-গুৱাহাটী আলিহে। গোটেই বাটটোৱে মোক চিলঙৰ কথাকে সোঁৱৰাই দিছে। মোৰ বাতি অহাৰ ভাৱ হৈছিল ; কিন্তু সহযাত্ৰীসকলৰ লগত কথাবতৰা পাতি সেই ভাব দূৰ কৰিলোঁ।

আল্পচ এটা মাথোন পৰ্ব্বত নহয় ; জেনোৱা উপসাগৰৰ পৰা ভিয়েনালৈকে আগুৰি থকা এক খণ্ড-বিখণ্ড পৰ্ব্বতমালা। উত্তৰ ইটালি আৰু দক্ষিণ জাৰ্ম্মানিৰ সমতলৰ পৰা ইয়াৰ উৎপত্তি হৈছে। কোনো কোনোৱে আল্পচৰ অৰ্থ পৰ্ব্বতৰ ঘাঁহনি বুলিও কয়। আল্পচৰ সৌন্দৰ্য্যত ইউৰোপবাসী বলিয়া। আল্পচৰ সৌন্দৰ্য্য বৰ্ণনা ইংৰাজী সাহিত্যত পূৰ্ব্বেই পঢ়িছিলোঁ।

বহু ভাৰতীয় আৰু ইউৰোপীয় বন্ধুৰ মুখৰ পৰাও ইয়াৰ ৰূপ-ৰাশিৰ কথা শুনিছোঁ। ইউৰোপৰ সকলো দেশৰ পৰা কিমান হাজাৰ হাজাৰ মানুহ, বিশেষকৈ গৰমৰ দিনত, এই পৰ্ব্বত বগাবলৈ যে আহে তাৰ সীমা-সংখ্যা নাই। আমাৰ দেশত তীৰ্থ কৰিবলৈ যোৱাৰ দৰে, বহুতে বছৰে বছৰে আল্পচ ভ্ৰমণ কৰিবলৈ আহে। আমাৰ সহযাত্ৰীসকলৰ অন্তৰ বিস্ময় আনন্দত পুলকিত; মুখ প্ৰশংসাত মুখৰিত। আমিও নিৰ্নিমেষে শুখ নওঠা পৰ্ব্বত মালালৈ চাই আছোঁ। কোনো কোনো পৰ্ব্বতৰ টিঙ এতিয়াও বৰফেৰে ঢাক খাই আছে। কোনোবা এজনে তালৈ আঙুলিয়াই দিবহে লাগে—সকলোৰে চকু মুহূৰ্ত্তৰ কাৰণে সেইফালে বৈ যায়। সৌন্দৰ্য্যতকৈ আল্পচৰ মাদকতা আছে; সেয়ে ইউৰোপবাসীক পুনৰ পুনৰ তাৰ বুকুলৈ আকৰ্ষণ কৰে। আল্পচ পৰ্ব্বতমালাৰ যি অংশত গছ-গছনি আছে, তাৰ লগত আমাৰ অসমৰ পাহাৰৰ কিছু সাদৃশ্য দেখিছোঁ। মোৰ অহৰহ কহিমা আৰু মাওলৈ মনত পৰিছে। সঁচাকৈয়ে অসম দেশখন অতিকৈ মনোৰম! তাৰ মাজত থাকি ইমান দিন সেই সৌন্দৰ্য্যৰ কথা মনলৈ অহা নাছিল। আল্পচৰ সৌন্দৰ্য্যই মোৰ আজি চকু মুকলি কৰি দিছে। আমাৰ দেশত যদি পাহাৰে পাহাৰে ভ্ৰমি ফুৰিবলৈ এনে দিহা হ'লহেতেন।

শ্ৰীবিৰিঞ্চি কুমাৰ বৰুৱা

# লাচিত বৰফুকনৰ কৃতিত্ব

[ শ্ৰীযুত করুণা নন্দ দত্ত, গুৱাহাটী কটন কলেজৰ বুৰঞ্জীৰ প্ৰধান অধ্যাপক। তলৰ প্ৰবন্ধত তেখেতে বুৰঞ্জীৰ দৃষ্টিকোণৰ পৰা লাচিত ফুকনৰ কৃতিত্ব ফঁহিয়াই চাইছে। ]

প্ৰত্যেক জাতিৰ ইতিহাসৰ পাতত এনে কিছুমান মহত্বৰ চিত্ৰ দেখিবলৈ পোৱা যায়, য'ত সেই জাতিৰ কেন্দ্ৰীভূত গুণ বা শক্তি বিশেষৰ সুস্পষ্ট ছবি সহজে প্ৰতীয়মান হৈ উঠে। আন কথাত কবলৈ গলে জাতীয় বুৰঞ্জীত এনে কিছুমান মানুহৰ কাৰ্য্য-কলাপ আৰু চৰিত্ৰৰ বিস্তাৰিত বিবৰণ থাকে, যি নিজৰ কৰ্ম্মময় জীৱনৰ কাৰ্য্যপদ্ধতিৰ মাজেদি সমষ্টি-গত জাতিৰ ব্যক্তিগত বিকাশ জগতক দেখুৱাব পাৰে। এই বিকাশ সাধাৰণ মানুহৰ ব্যক্তিগত চৰিত্ৰ নাইবা কাৰ্য্যকলাপৰ বিকাশতকৈ ওখ খাপৰ আৰু সেই গতিকে ই সাধাৰণৰ পূজ্য অথবা আদৰ্শস্থানীয়; কিন্তু ওখ খাপৰ হলেও ই জাতীয় চৰিত্ৰৰ পৰা পৃথক নহয়।

মানুহৰ কৰ্ম্মক্ষেত্ৰ বেলেগ বেলেগ আৰু সেই অনুসাৰে মনুষ্য-শক্তিৰ অভিব্যক্তিও বেলেগ বেলেগ। কিন্তু প্ৰত্যেক মানুহৰ চৰিত্ৰ বিকাশৰ এটা উচ্চ অৱস্থা আছে আৰু সেই

উন্নত অৱস্থাতেই ই সাধাৰণৰ পূজ্য বা আদৰ্শ হৈ উঠে। নিজ নিজ কৰ্ত্তব্য পালনৰ দ্বাৰা প্ৰত্যেক মানুহেই এই উন্নতি লাভ কৰিব পাৰে আৰু তেতিয়াই মানুহৰ হৃদয়ৰ অন্তৰত নিহিত থকা মহত্বৰ অঙ্কুৰ প্ৰস্ফুটিত হয়, তেতিয়াই



লাচিত বৰফুকন

মানুহে মানুহ নামৰ উপযুক্ত হব পাৰে আৰু জগতত অক্ষয় কীৰ্ত্তি এৰি থৈ যাব পাৰে। লাচিতৰ গৌৰৱ-মণ্ডিত চৰিত্ৰ

ইয়াৰ এটা প্ৰধান নিদৰ্শন।

যদিও আমি সভ্য জগতত একেবাৰে পিছপৰা, যদিও আজি ভাৰতৰেই বহুতে অসমৰ সবিশেষ নাজানে, তথাপি এনে এটা দিন অসমৰ ভাগ্যত উদয় হৈছিল, যেতিয়া অসমৰ শৌৰ্য্য-বীৰ্য্য গুণ গৰিমা সেই সময়ৰ প্ৰধান সভ্য জাতিয়ে শতমুখে বখানিছিল। এনে এটা দিন অসমৰ আছিল, যেতিয়া একেলগে অনেক মহাপুৰুষ অসমৰ ভাগ্যাকাশত উদিত হৈ সকলো বিষয়তে জগতৰ আগত অসমৰ অতি উন্নত মূৰ্ত্তি দাঙি ধৰিছিল।

সেই সময়ত অসমত যিমান মহাপুৰুষ আবিৰ্ভূত হৈ নিজৰ আৰু জননীৰ মুখ উজ্জলাইছিল, তাৰে ভিতৰত লাচিতৰ নিচিনা পৰাক্ৰমী বীৰ অসমত জন্ম গ্ৰহণ কৰি মোগলৰ অতি উন্নত অৱস্থাৰ সৈন্যবিলাকো পৰাস্ত কৰি জন্মভূমিৰ গৌৰৱ বঢ়োৱাটো এটা অতি স্বাভাৱিক কথা। যি দেশত শ্ৰীশঙ্কৰ, মাধৱৰ নিচিনা ধৰ্ম্ম-প্ৰাণ, সমাজ-প্ৰাণ আৰু তত্ত্বদৰ্শী মহাপুৰুষ, নৰক, ভগদত্ত, বাণ, ভীষ্মক আদি পৌৰাণিক, আৰু ভাস্কৰ, সঙ্কল আদিৰ নিচিনা যশস্বী নৃপতি সকল, জয়মতীৰ নিচিনা পতি-প্ৰাণা সতীৰ, গদাধৰ সিংহ, চক্ৰধ্বজ সিংহ আদিৰ নিচিনা স্বাধীনতা প্ৰিয় ৰজা আৰু পূৰ্ণানন্দ, কলীয়া ভোমোৰাৰ নিচিনা সুনিপুণ ৰাজনীতিজ্ঞৰ জন্ম হৈছিল, সেই দেশত লাচিত কিম্বা চিলাৰায়ৰ নিচিনা দেশহিতৈষী কৰ্ত্তব্য-পৰায়ণ বীৰৰ জন্ম হোৱাটো একো অস্বাভাৱিক নহয়।

আজি লাচিতৰ বীৰত্বত আমি গৌৰৱ অনুভৱ কৰোঁ; লাচিতৰ স্মৃতিয়ে আজি আমাৰ হিয়া সমুজ্জ্বল কৰিছে, কিয়নো আমি লাচিতৰ কাৰ্য্যকলাপ সম্পূৰ্ণৰূপে অনুমোদন নকৰি নোৱাৰোঁ। লাচিতৰ জীৱনৰ প্ৰত্যেক কাৰ্য্যকে যি আদৰ্শই অনুপ্ৰেৰিত কৰিছিল, আমি আজি যদিও সেই আদৰ্শৰ পৰা পিছলি বহুত নিলগত পৰিছোঁ, তথাপি তেওঁৰ আদৰ্শই আমাৰ আদৰ্শ আৰু তেওঁৰ কৰ্ত্তব্যপৰায়ণতা আৰু স্বাৰ্থত্যাগেই আমাৰ আদৰ্শ কৰ্ত্তব্যপৰায়ণতা আৰু আদৰ্শ স্বাৰ্থত্যাগ।

ৰাজপুত স্বাধীনতাৰ মূৰ্ত্তিমান বিকাশ যেনে ৰাণা প্ৰতাপসিংহ, শিখ স্বাধীনতাৰ অটলস্তম্ভ যেনে ৰণজিৎ, আৰু মহাৰাষ্ট্ৰ স্বাধীনতাৰ অগ্ৰগণ্য নেতা যেনে শিবাজী, আহোমৰ স্বাধীনতা প্ৰিয়তাৰ অবিচলিত চিনাকি দিওঁতা ঠিক তেনেকৈ বীৰ লাচিত। বৰফুকন খিতাপধাৰী লাচিত বৰ ঘৰত জন্মি উচ্চশিক্ষাত শিক্ষিত হোৱা নাছিল, তেওঁ ৰাজনিৰ্দ্দেশত যুদ্ধ বিদ্যা শিকি সেনাপতিৰ বাব পোৱা নাছিল। তেওঁ আছিল এজন বাঁৰী দুখিনীৰ সন্তান। কিন্তু মানুহৰ অন্তৰ্নিহিত মহত্ব প্ৰকাশ পাবলৈ সুবিধা মাথোন লাগে, অইন একোৰে প্ৰয়োজন নাই। বিধৱাৰ সন্তান হলেও অস্ত্ৰ চালনা আদি বীৰ-জনোচিত কাৰ্য্যৰ প্ৰতি তেওঁৰ স্বাভাৱিক অনুৰাগ আছিল আৰু সৈনিকৰ বেশ লোৱাৰ বহুত আগতেই লাচিতে সেই বিলাকত নৈপুণ্য লাভ কৰিছিল। আহোম ৰাজ-সন্মান আৰু অসমৰ স্বাধীনতা প্ৰত্যেক আত্ম-সন্মান-জ্ঞান-সম্পন্ন অসমীয়া

প্ৰজ্ঞাৰেই মহামূল্য ৰত্ন হৈ পৰাত দেশ-প্ৰাণ লাচিতৰ অন্তৰ আপোনা-আপুনিয়েই নাচি উঠিছিল। কেৱল সেয়ে নহয়, ফ্ৰান্সৰ স্বাধীনতা বিদেশী ইংৰাজৰ পদদলিত হ'বৰ উপক্ৰম হোৱাত ফ্ৰান্সৰ ৰাজলক্ষ্মীয়ে যেনেকৈ নিৰক্ষৰ গ্ৰাম্য কুমাৰী জোৱান ডাৰ্কৰ মুখেদি স্বাধীনতাৰ বাণী প্ৰত্যেক ফ্ৰান্সবাসীক শুনালে আৰু জোৱানৰ প্ৰাণ পৰ্য্যন্ত স্বাধীনতা সংগ্ৰামত বিসৰ্জ্জন দিয়াই ফ্ৰান্সবাসীক জগাই তুলিলে, তেনেকৈ প্ৰবল প্ৰতাপান্বিত মুচলমানৰ আক্ৰমণত অসমৰ স্বাধীনতা ৰবি অস্তমিত হবৰ উপক্ৰম দেখি অসমৰ ৰাজলক্ষ্মীয়ে বাঁৰী-কোঁৱৰ লাচিতৰ কৰ্ত্তব্যসাধনাৰ অতুলনীয় দৃষ্টান্তৰ মাজেদি প্ৰত্যেক অসমীয়াৰ অন্তৰত স্বাধীনতাৰ অনুভূতি জগাই তুলিলে।

বিদেশী, বিজাতিৰ অত্যাচাৰ উৎপীড়নত উৎপীড়িত, লাঞ্ছিত হিন্দু স্বাধীনতাৰ শেষ আশ্ৰয় স্থল আছিল ভাৰতৰ এচুকত অৱস্থিত এই নগণ্য অসম দেশ। দিল্লীশ্বৰৰ দিগ্বিজয়ৰ অভিলাষ ব্যৰ্থ হয় এই দেশৰেই স্বাধীনতা-প্ৰিয় সেনাবাহিনীৰ হাতত। তেনে এটি সেনাবাহিনীৰ পৰিচালক আছিল বিজয়ী বীৰ লাচিত। তেওঁৰ সুদক্ষ নেতৃত্বত অসমীয়া সেনাই ৰাজপুত বীৰ ৰামসিংহৰ পৰিচালিত মোগল বাদচাহৰ বিপুল সৈন্য দলকো পৰাস্ত কৰি শত্ৰুৰ মুখৰ পৰাও আন্তৰিক প্ৰশংসা পাইছিল।

বৰ দুখৰ কথা যে লাচিতৰ নিচিনা স্বাধীনতা-প্ৰিয়

জাতীয় স্বাৰ্থৰ জীৱন্ত প্ৰতিমূৰ্ত্তি এটিৰ স্বকীয়া জীৱন চৰিত এখনি আজিলৈকে আমাৰ হাতত নাই। তাতোকৈ দুখৰ কথা যে এনে এটি মহৎ জীৱনৰ বিশদ বিবৃত্তি আমাৰ দেশৰ প্ৰধান ইতিহাসবিলাকত পাবলৈ নাই। প্ৰসিদ্ধ গেইট্‌ চাহাবৰ অসমৰ বুৰঞ্জীত লাচিতৰ নামটো মাথোন উল্লিখিত আছে. তাৰ বাহিৰে অইন বিশেষ একো নাই। লাচিতৰ হৃদয়ৰ অসীম সাহসৰ আৰু কৰ্ত্তব্য সম্পাদনৰ প্ৰতি লাচিতৰ অকৃত্ৰিম অনুৰাগৰ বিশেষ পৰিচয় পোৱা যায় কেৱল এটি ঘটনাৰ পৰা, যি ঘটনাৰ মৃন্ময় প্ৰতিমূৰ্ত্তিয়ে লাচিতৰ নাম ঐতিহাসিক প্ৰৱন্ধতকৈও অধিকতৰ যুগমীয়া কৰি ৰাখিছে। যি গড় নিৰ্ম্মাণৰ আদেশ পালনত ত্ৰুটি হোৱা বাবে সেই বীৰ সেনাপতিয়ে নিজৰ মোমায়েককো জাতীয় যজ্ঞত বলি দিবলৈ কুণ্ঠিত নহৈছিল, সেই গড় আজিও মোমাইকটা গড় নামে প্ৰখ্যাত। আজিও সেই একেটি মাথোন স্মৃতি-চিহ্নই লাচিতৰ গোটেই জীৱনৰ আভাস অসমীয়াৰ আগত দাঙি ধৰিছে। স্বধৰ্ম্ম পালন গীতাৰ ধৰ্ম্ম। স্বজন হলেও মোমায়েকক কাটি লাচিতে নিজৰ কৰ্ত্তব্য পালন কৰিলে।

সম্মুখত দিগ্বিজয়ী মোগলৰ দিগন্ত কম্পিত কৰা অক্ষয় সেনাবাহিনীৰ তুমুল নিনাদ আৰু পিছফালে মোগলৰ দাসত্বৰ আশঙ্কাত বিক্ষুব্ধ, ক্ষুদ্ৰ যদিও সুপ্ৰতিষ্ঠিত সুদৃঢ় আহোম ৰাজশক্তি; সমগ্ৰ অসমৰ অসংখ্য নৰ-নাৰীৰ উদ্বেগ, আকাঙ্ক্ষা আৰু উৎকণ্ঠা বৈ লৈ যোৱা 'বাবা' ব্ৰহ্মপুত্ৰৰ

আশীৰ্ব্বাদ মূৰত লৈ অসমৰ স্বাধীনতা ৰক্ষাৰ হেতু শত্ৰুৰ সম্মুখীন হৈ বীৰ লাচিতে কৰ্ত্তব্যৰ অনুৰোধত কৰ্ত্তব্য অৱহেলাকাৰী মোমায়েকৰ প্ৰাণকো তুচ্ছজ্ঞান নকৰিলে হয়তো আজি অসমৰ বুৰঞ্জী আন প্ৰকাৰ হ'লহেঁতেন। সত্যৰ হকে নিজৰ পুত্ৰকো বলি দি কৰ্ণই সত্যৰ মৰ্য্যাদা অক্ষুণ্ণ ৰাখি গৈছে, দেশপ্ৰেমৰ হকে লাচিতেও মোমায়েকক বলি দি দেশ-প্ৰেমিকতাৰ জলন্ত উদাহৰণ দেখুৱাই গল। সেনা-নায়কৰ ওচৰত কৰ্ত্তব্যবিমুখ সৈনিকৰ শাস্তি বিধান কিম্বা প্ৰাণহানি সম্পূৰ্ণ নীতি-সঙ্গত আৰু লাচিতেও ঠিক সেই নীতি অনুসৰিয়েই মোমায়েকক বধ কৰি নিজৰ কৰ্ত্তব্য পালন কৰিলে। কিন্তু, মনুষ্য হৃদয়ৰ স্বভাৱ-সুলভ চেনেহৰ টান আৰু স্বাৰ্থ জড়িত প্ৰীতিৰ আক্ৰোশ কঠোৰ কৰ্ত্তব্যৰ হকে জলাঞ্জলী দিবলৈ কঠোৰ সাধনাৰ প্ৰয়োজন। লাচিতৰ অন্তৰৰ প্ৰকৃত মহত্ব প্ৰকাশ পায় ঠিক এই সাধনাৰ ফলতেই। লাচিতৰ হৃদয়-শক্তিৰ পৰিচয় দিবলৈ আজি আমাৰ মাজত লাচিতৰ ৰচিত কোনো গ্ৰন্থাৱলী নাইবা লাচিতৰ প্ৰতিষ্ঠাপিত আৰু আমাৰ প্ৰতি-পালনীয় কোনো অনুষ্ঠান আজি অসমত নাই। লাচিতৰ কামৰ চিনাকী দিবলৈ তেওঁৰ সেৱাৰ কোনো নিদৰ্শন তেওঁ এৰি যোৱা নাই। কিন্তু যিমান দিনলৈকে শৰাই ঘাটৰ ৰণস্থলীৰ আৰু মোমাইকটা গড়ৰ প্ৰবাদ অসমীয়াৰ মাজত প্ৰচলিত থাকিব, সিমান দিন লাচিতৰ স্মৃতি প্ৰত্যেক অসমীয়া লৰা-তিৰোতা, ডেকা-বুঢ়াৰ

মনত জাজ্জ্বল্যমান হৈ থাকিব, লাচিতৰ মহত্বৰ অনুপ্ৰেৰণা প্ৰত্যেক অসমীয়াৰ শিৰে শিৰে যুগ-যুগান্তৰলৈ প্ৰবাহিত হৈ থাকিব।

লাচিত বৰফুকনৰ নাম সদৌ অসমীয়া ৰাইজৰ মাজত বিয়পি পৰাৰ— আজি কেইবছৰমান মাথোন হ'ল, অসম ছাত্ৰসম্মিলনীৰ উদ্যোগ, আধুনিক অসমীয়া ছাত্ৰসমাজৰ বীৰ পূজাৰ প্ৰতি অভিনৱ অনুৰাগ, লাচিত চিলাৰায় প্ৰভৃতি পূৰ্বণি অসমীয়া বীৰৰ কীৰ্ত্তি বিস্তাৰৰ ঘাই কাৰণ সমূহ, সন্দেহ নাই। কিন্তু যি প্ৰকৃততে মহৎ, তেওঁৰ কীৰ্ত্তি বিস্তাৰৰ বাবে বাহ্যিক আড়ম্বৰৰ প্ৰয়োজন নাই। স্বনাম-ধন্য মহাপুৰুষ লাচিতৰ কীৰ্ত্তি আপোনা-আপুনিয়ে তেওঁৰ দেশবাসীৰ মাজত বিস্তাৰিত হৈ যে থাকিব, ই নিশ্চয়। তথাপি জাতিৰ জাতীয়তা উদ্বোধনত বীৰ পূজাৰ আৱশ্যকতা খুব বেছি। জাতীয় শক্তি বিকাশত জাতীয় বীৰৰ স্মৃতি বিশেষ কাৰ্য্যকৰী।

শ্ৰীকৰুণা নন্দ দত্ত এম, এ

---

**কঠিন শব্দৰ অৰ্থ :—**

প্ৰতীয়মান— বিশ্বাস জন্মোৱা

জাজ্জ্বল্যমান— অতিশয় জ্বলি থকা বা উজ্জ্বল হৈ থকা

**প্ৰশ্ন**— "জাতীয় শক্তি বিকাশত জাতীয় বীৰৰ স্মৃতি বিশেষ কাৰ্য্যকৰী।" ব্যাখ্যা কৰা।

# একোটা মানুহে একোখন পৰ্ব্বত

[ডাঃ সূৰ্য্য কুমাৰ ভূঞাদেৱে আহোম যুগৰ বুৰঞ্জীৰ বহু তথ্য পোহৰলৈ উলিয়াইছে; আহোম যুগৰ কেইবাখনিও উল্লেখযোগ্য বুৰঞ্জী সম্পাদন কৰি অসম গবৰ্ণমেণ্টৰ বুৰঞ্জী আৰু পুৰাতত্ত্ব বিভাগ'ৰ পৰা প্ৰকাশ কৰিছে। 'আহোমৰ দিন' "কৌৰৱ-বিদ্ৰোহ", 'ৰমণী গাভৰু', বুৰঞ্জীৰ বাণী' আদি তেখেতৰ কাপৰ পৰা ওলোৱা অসমৰ বুৰঞ্জীৰ অলেখ তথ্য সন্নিহিত মনোৰম পুথি।]

দেশৰ প্ৰত্যেকজন মানুহৰে মূল্য স্বীকাৰ কৰি সেইমতে সমাজ আৰু ৰাজ্যৰ শাসন বিধি নিয়ন্ত্ৰণ কৰাটো হৈছে গণতন্ত্ৰৰ এটা মূল উদ্দেশ্য। সমাজৰ অঙ্গীভূত কোনো মানুহকে আমি অনাৱশ্যক বুলি দলিয়াই পেলাব নোৱাৰোঁ। কাৰণ তেনে প্ৰতিজন মানুহৰ পৰা সমাজৰ কোনো প্ৰকাৰে মঙ্গল সাধন হব পাৰে। তদুপৰি, দেশত কোনো সমস্যাই দেখা দিলে মানুহৰ মূল্য পূৰ্ব্বতকৈ বেচি পৰিমাণে বৃদ্ধি হয়। লাপিলুপা কথাত সেই মানুহক কোঙা বা অলাগতিয়াল কৰাটো সমাজৰ উন্নতিৰ বিৰোধী, বিশেষকৈ, যদি সেই মানুহৰ গাত দেশৰ উপকাৰত অহা কোনো কৰ্ম্মশক্তি বা গুণ থাকে।

আগৰ দিনত অসমীয়াই প্ৰতিজন মানুহৰ মূল্য উপলব্ধি কৰিছিল; তাৰ উদাহৰণ বুৰঞ্জীত পোৱা যায়।

সেই সময়ত অসমৰ ৰজা আছিল প্ৰতাপসিংহ স্বৰ্গদেৱ। কোঁৱৰ হৈ থকা কালত স্বৰ্গদেৱে বেৰতী গাঁৱত বাস কৰিছিল। ৰজা হৈ স্বৰ্গদেৱে সেই গাঁৱঁতে এখন খাট পাতিলে, নাম থলে জয়খামডাং খাট। স্বৰ্গদেৱে তিনিজনা গোহাঁই ডাঙৰীয়াৰ বঙহক ৰজাৰ অভিষেকত ব্যৱহাৰ কৰা হোলোং ঘৰৰ ৰখীয়া পাতিছিল। এবাৰ ৰখীয়া মানুহে হোলোঙত উঠি বৰ ঢাকত কোব মাৰিছিল, আৰু খেৰকুচীয়া চৰায়ে হোলোঙত বাহ বান্ধিছিল। তিনিজনা ডাঙৰীয়াৰ পো-ভাই কিজনাই পবিত্ৰ হোলোংঘৰ পহৰা দিয়া অৱস্থাত এনে ঘটনা ঘটাত স্বৰ্গদেৱে তেওঁলোকক খং কৰি জয়খামডাং খাটৰ হাফলু খহাবলৈ দিলে, আৰু তেওঁলোকৰ কাম চাবৰ নিমিত্তে ৰজাৰ টেকেলা কুকুৰাচোৱা পঠিয়ালে।

কামত হেলা কৰাৰ নিমিত্তেই হওক বা আন কোনো কাৰণতে হওক কুকুৰাচোৱাই তিনি গোহাঁইৰ বঙহৰ ডেকা-কিজনক গালি-শপনি পাৰিলত তেওঁলোকে কুকুৰাচোৱাক ধৰি পাৰেমাণে কিলালে। সি গৈ স্বৰ্গদেৱত গোচৰ দিলত স্বৰ্গদেৱে কলে ঃ—"তিনিজনা গোহাঁইৰ পো-ভাই কেটাই ৰজাৰ কুকুৰা-চোৱাক কিলালে, সিহঁতৰ কলিজা ডাঙৰ দেখিহে এনে কাম কৰিবলৈ সাহ কৰিলে। মযো এনে ক্ষত্ৰিয় মানুহহে বিচাৰোঁ।" এই বুলি স্বৰ্গদেৱে বৰপাত্ৰ গোহাঁই আৰু বৰগোহাঁইৰ বঙহক কাজলী চকীত থলে ; আৰু বুঢ়া গোহাঁইৰ বঙহক জাগিত থলে। তেওঁলোকেও সেইৰূপে থাকিলগৈ। এইদৰে কাজলীমুখীয়া

গোহাঁই আৰু জাগিয়লীয়া গোহাঁই এই দুই দাঁতিয়লীয়া শাসনকৰ্ত্তাৰ পদ সৃষ্টি হ'ল।

ইয়াৰ কিছুদিনৰ পাচত মোগলৰ লগত অসমৰ তয়ামৰ্‌য়া ৰণ লাগিল। বঙালৰ সেনাপতি আছিল নবাব আহলায়াৰ-খাঁ, আৰু অসমৰ সৈন্যাধ্যক্ষ আছিল মোমাই তামূলী বৰবৰুৱা আৰু পিকচাই চেতিয়া ফুকন। যুদ্ধৰ কেন্দ্ৰ আছিল দক্ষিণে কলিয়াবৰ অঞ্চল আৰু উত্তৰে ভৰলী নদীৰ পাৰৰ গাওঁবোৰ।

প্ৰতাপসিংহ স্বৰ্গদেৱ জামিৰগুৰি বাহৰত থকা কালত এদিন বৰবৰুৱাক লগত লৈ দীখলীবিলত মাছ মাৰিবলৈ গৈছিল। দূৰৈত অসমীয়া কটকীৰ নাও দেখি কাপোৰৰ বাও দি স্বৰ্গদেৱে নিজৰ নাৱৰ কাষলৈ মাতি আনিলে। সেই নাৱত আছিল অসমৰ সুপ্ৰসিদ্ধ কটকী কৌপতীয়া সনাতন। কটকীয়ে স্বৰ্গদেৱৰ নাৱত উঠি কথা-বতৰা কলে, আৰু কথা শুনি স্বৰ্গদেৱ আনন্দিত হ'ল। এনে সময়ত স্বৰ্গদেৱে কটকীৰ নাৱৰ ফালে চাই দেখিলে যে নাওবৈচা কিজন আটায়ে নতুন মানুহ। তাৰে পৰাই স্বৰ্গদেৱে অনুমান কৰিলে যে পাইকৰ কাকতত নাম থকা পুৰণা নাও বৈচাক নলগাই কটকীয়ে আচহুৱা নতুন নাও বৈচাক কামত লগাইছে।

সেই সময়ত অচিনাকি মানুহক নাও আদি চলোৱা আৰু যুদ্ধৰ কামত লগোৱাটো বৰ শঙ্কাজনক আছিল; কাৰণ

মাজে মাজে কোনো নাওবৈচাই অসমীয়া নাৱৰ পৰা পলাই গৈ বঙালৰ লগ লোৱাৰ দৃষ্টান্ত পোৱা গৈছিল। সেইদেখি স্বৰ্গদেৱে সনাতন কটকীৰ নাৱৰ নাওবৈচা কিজনক বান্ধি পানীত পেলাবলৈ মন কৰিলে। প্ৰকৃতপক্ষে এইকেইজন নাওবৈচা মহকিনা গাঁৱৰ পুৰণি নাওবৈচা কেজনৰ ভাই-ভতিজাহে আছিল। পুৰণি বৈচা কেইজনক ঘৰলৈ গৈ আত্মীয় স্বজনৰ মুখ চাবলৈ আৰু কাপোৰ-কানি ধুবলৈ কটকীয়ে দিনচেৰেককৈ অনুমতি দিছিল।

স্বৰ্গদেৱৰ আজ্ঞা শুনি সনাতন কটকীয়ে গলত কাপোৰ বান্ধি কলে—"মই বন্দীকেহে কাটিব লাগে। স্বৰ্গদেৱে যি মহকিনাৰ শয়েক মানুহ বন্দীৰ লগত দিছে, অদ্যাপিও সেই মানুহহে আছে; ভিন্ন মানুহ নহয়। লৰা-লুৰিৰ মুখ চাবৰ নিমিত্তে, কাপোৰ-কানিখান ধুবলৈ আমি বন্দীহঁতেহে পঠাইছোঁ। মহকিনা গাঁৱৰ ওচৰতে তাৰে ভাই ভতিজা সলনি হৈ বন্দীহঁতৰ লগত আছেহি। ইহঁতক কাটিলে মাৰিলে কোনোবাই ৰাখিব নেকি? একোটি মানুহ কুৰি বৎসৰেহে হয়। একোটা মানুহে একোখান পৰ্ব্বত। ডাঙৰ শত্ৰু সনিকটতে আছে। নাকাটি নামাৰি ৰাখিলে এচুকত মেলিবলৈ পাব। কাটিলে মাৰিলে স্বৰ্গদেৱৰহে টুটে।" এইদৰে কটকীয়ে ভালকৈ বুজোৱাত স্বৰ্গদেৱে স্বীকাৰ কৰি কলে—"ভালহে কলি। কাটিলে মাৰিলে মোৰহে টুটে। ৰাখিলোঁ তো।

এই বুলি সনাতন কটকাক নিজৰ নাৱত তুলি লৈ স্বৰ্গদেৱ গড়গাওঁলৈ গ'ল।

তৃতীয় ঘটনাটো ঘটিছিল ৰাজপুত ৰজা ৰামসিংহৰ যুদ্ধৰ সময়ত গুৱাহাটীৰ ইটাখুলিত লাচিত বৰফুকনৰ দোপদৰত। ফুকনে হাজোৰ সমীপত ব'হৰ কৰি থকা মোগল সৈন্য আক্ৰমণ কৰিবলৈ বিশেষ কাৰণত হোঁ-হকা পিছলা কৰি আছিল। কিন্তু স্বৰ্গদেৱ চক্ৰধ্বজসিংহ মহাৰাজে বিলম্ব সহিব নোৱাৰি বৰফুকনলৈ টানকৈ লিখাত অসমৰ সৈন্যই আলাবৈত্ত মোগল সৈন্যক আক্ৰমণ কৰে। ত'ৰ পৰিণামে, এদিন যুদ্ধতে দহ হাজাৰ অসমীয়া সৈন্য ৰাজপুত অশ্বাৰোহীৰ হাতত নিহত হয়। অসমীয়া সৈন্যৰ এই বিপৰ্য্যয়ত লাচিত বৰফুকনে মৰ্ম্মান্তিক দুখ পালে, আৰু আৰু স্বৰ্গদেৱলৈ এই বুলি কাকত লিখিবলৈ মন কৰিলে— "আমাৰ মানত একোটা মানুহ একোটা হাতী। তাৰে ঘাটি পিটি হয় বুলিহে আগ-পাচ চাওঁ। ডাঙৰ কাৰ্য্য কামত ইমান মানুহ নপৰিলে, অল্প কাৰ্য্যত দহ হেজাৰ লোক পৰিল।"

ৰাজমন্ত্ৰী আতন বুঢ়াগোহাঁই ডাঙৰীয়াই বৰফুকনক বুজনি দিলে যে যুদ্ধৰ শেষৰ ফলাফলৰ নিমিত্তেহে আমি লক্ষ্য কৰিব লাগে; যুদ্ধ চলি থকা কালত কোনো হানি ঘটিলে তাক স্বৰ্গদেৱলৈ জনোৱাৰ আৱশ্যক নাই। ডাঙৰীয়াই কলে,— বাৰীৰ ভিতৰত পুখুৰী সিচোঁতেও

আঠোটা দহোটা মানুহক শিঙিয়ে বিন্ধে, ইতো ৰণহে হৈছে, দুই চাৰি লোক কিয় নপৰিব ? এই কথা ৰজালৈ জনাবলৈ ভাল নহল।" এই বুলি কথাটো বুঢ়া গোহাঁয়ে নিজৰ ভিতৰতে ৰাখিলে, আৰু বৰফুকনে স্বৰ্গদেৱলৈ জনাই নপঠিয়ালে।

ৰজা ৰামসিংহই অসমীয়া সৈন্যৰ যুদ্ধ বিক্ৰম আৰু বহুবিধ কাৰ্য্য-কুশলতা দেখি প্ৰশংসা কৰি কৈছিল, —"প্ৰত্যেক অসমীয়া সেনাই নাও বাব পাৰে, কাঁড় মাৰিব পাৰে, মাটি খানিব পাৰে, আৰু টোপ হিলৈ মাৰিব পাৰে। এনেকুৱা সকলো কামতে নিপুণ সেনা ভাৰতবৰ্ষৰ কোনো ঠাইতে মই দেখা নাছিলোঁ।

এনে অসমীয়াৰ প্ৰতিজনকে সুস্থ, সবল, নিঘুণীয়াকৈ ৰাখি আত্মবিকাশৰ সুযোগ দিয়াটোৱেই হব লাগিব স্বাধীন অসমৰ জাতীয় নীতিৰ সৰ্ব্ব প্ৰধান উদ্দেশ্য।

শ্ৰীসূৰ্য্য কুমাৰ ভূঞা

—০÷০—

## কঠিন শব্দৰ অৰ্থ—

কোঁৱৰালি— কোঁৱৰ হৈ থকা কালত বা ৰজা হোৱাৰ আগ অৱস্থাত।

বিপৰ্য্যয়— ওলোটা; বিপৰীত অৱস্থা।

**প্ৰশ্ন**— (১) "একোটা মানুহে একোখন পৰ্ব্বত" শিৰোনামৰ যথাৰ্থতা পাঠটিৰ সকলোখিনি কথা সুকিয়াই বিচাৰ কৰা।

# জ্ঞানী কোন?

[ ৰুছিয়াৰ শ্ৰেষ্ঠ সাহিত্যিক ঋষি টলষ্টয়ৰ সাধুবোৰ জগদ্বিখ্যাত। অধ্যাপক শ্ৰীযুত সুৰেন্দ্ৰমোহন দাসে মনোৰম ভাষাত তেওঁৰ গোটাচেৰেক গল্প অসমীয়ালৈ অনুবাদ কৰিছে। তলৰ গল্পটো শ্ৰীযুত দাসৰ 'টলষ্টয়ৰ সাধু' পুথিৰ পৰা লোৱা হৈছে. ]

## এক

এখনি সৰু গাওঁ। আলিৰ ওপৰেদি বৰফৰ এটি জুৰি বৈ গৈ দুঘৰৰ মাজত ডোঙা বান্ধিছে। মালাচা আৰু আকুলকা দুঘৰৰ দুজনী সৰু ছোৱালী। আকুলকা ডাঙৰ, মালাচা সৰু। দুয়োৰো মাকে দুইকো নতুন কাপোৰকানি পিন্ধাই সজাই-পৰাই দিছে। সৰুজনীয়ে নীলা আৰু ডাঙৰজনীয়ে ছালধীয়া কাপোৰ পিন্ধি তুপৰীয়া খাই বৈ খেলিবলৈ ওলাইছে। বৰদিনৰ সময়, তাতে ৰংচঙীয়া সাজ-পাৰ পাই সিহঁতৰ গাত তত নাই। দুয়ো লগ লাগি নিজৰ নিজৰ ধুনীয়া কাপোৰবলৈ চাই সিহঁতে ডোঙাটোৰ পাৰলৈ খেলিবলৈ গ'ল। অলপ পৰ খেলাৰ পাছত দুয়ো পানীত নামি ডোঙাটো ইপাৰ-সিপাৰ হবলৈ হাবিয়াস কৰিলে। সৰুজনীয়ে আগতে জোতা মোজা নোখোলাকৈয়ে পানীত নামিবলৈ ওলাল। ডাঙৰ জনীয়ে মাত লগালে, "মালাচা, তেনেকৈ নাযাবা। মাৰাই খং

কৰিম। আগতে জোতামোজা খুলি লোৱা, ময়ো খুলিম।"

জোতামোজা সোলোকাই কাপোৰকানি সামৰি লৈ ডোঙাটোৰ দুই পাৰৰ পৰা দুয়ো পানীত নামিল। মালাচাই এক আঠু পানীলৈ নামি গৈ কলে, "ইমান দ। মোৰ ভয় লাগিছে।" আকুলকাই কলে, "ইমানেই দ, আৰু বেছি পানী নাই; মোৰ পিনে আহা।" দুয়ো দুফালৰ পৰা আহি ডোঙাটোৰ মাজত ওচৰা-ওচৰি হ'ল। "হেৰা মালাচা, মোৰ গালৈ পানী নছটিয়াবা। লাহে লাহে যোৱা।" আকুলকাই কথাষাৰ কবলৈ নৌ-পাওঁতেই মালাচাই ভৰিৰে ঘোকা-পানী আকুলকাৰ গালৈ ছটিয়াই দিলে। আকুলকাৰ চোলাত আৰু চকুৱে নাকে বোকা-পানী ছিটিকি পৰিল।

নতুন ধুনীয়া ফ্ৰক্‌টোত বোকা লগা দেখি আকুলকাৰ বৰ খং উঠিল। তাই গালি-শপনি পাৰি মালাচাক মাৰিবলৈ খেদি গ'ল। মালাচাই ভয়তে পানীৰ পৰা উঠি আহি ঘৰ বুলি লৰ দিলে।

## দুই

আকুলকাৰ মাক সেই ফালেদি গৈছিল। তেওঁ জীয়েকৰ ফ্ৰক্ আৰু পেটীকোটটোত বোকা পানী লগা দেখিলে। "দুষ্ট ছোৱালী, কেনেকৈ নো গাত বোকা লগালি?" আকুলকাই ভয়ভয়কৈ ক'লে, "মালাচাই পানী ছটিয়াই দিছে। তাই মোৰ গাত বোকা ছটিয়াওঁ বুলিয়েই ছটিয়াইছে।"

আকুলকাৰ মাকে খণ্ডতে লৰি গৈ মালাচাক বাটতে ধৰি তাইৰ দুয়োগালে দুটা চৰ মাৰিলে। মালাচাই আলিবাটৰ ওপৰতে বহি চিঞঁৰি চিঞঁৰি কান্দিবলৈ ধৰিলে।

জীয়েকৰ কান্দোন শুনি মাক ঘৰৰ পৰা ওলাই আহিল। তেওঁ আকুলকাৰ মাকক বহুতো 'গালি-শপনি পাৰিলে। "তুমি মোৰ ছোৱালীক কেলেই মাৰিলা? তুমি তাইক মাৰিবলৈ কোন? মোক চিনি পোৱা নাইনে?" লাহে লাহে এখন তুমুল দন্দ লাগিল। দুইবো চিঞঁৰ বাখৰত খেতিয়কবোৰ ঘৰৰ পৰা ওলাই আহিল। আলিবাটৰ ওপৰত বহুতো মানুহ গোট খালে। কিন্তু কাজিয়া আৰু নেভাগে। সকলোৱে চিঞঁৰ বাখৰ লগাইছে কিন্তু কাৰো কথা কোনেও নুশুনে। যিমানেই মানুহ গোট খাইছে, তিমানেই দন্দখন আৰু ভালকৈহে লাগিছে। এই কথালৈয়ে দুজন খেতিয়কৰ ভিতৰতো কোৰ্হাল লাগিল। লাহে লাহে সিহঁতৰ মাজত মৰামৰি লাগিবৰ উপক্ৰম হ'ল। এনেতে আকুলকাৰ বুঢ়ীমাক তাত ওলালহি। তেওঁ ঠেলাঠেলিকৈ কোনোমতে খেতিয়ক দুজনৰ মাজত থিয় দি কাবৌ-কাকুতি কৰি কলে, "বোপাহঁত, বৰদিনৰ দিন কেইটা তোমালোকে এনেকৈ কটাব খুজিছানেকি? ক'ত ঈশ্বৰৰ নাম লবা, পাপতহে লিপ্ত হৈছা।" খেতিয়ক দুজনে কিন্তু তেওঁৰ কথালৈ কাণকে নকৰিলে। সিহঁতৰ হেচাঠেলাত বুঢ়ীজনী কথমপিহে মাটিত পৰি নগ'ল। অকল আকুলকা আৰু মালাচাৰ কাৰণেহে তেওঁ যুদ্ধখন

ভাঙি দিবলৈ আহিছিল।

## তিনি

মাকহঁতে কাজিয়া কৰি থাকোঁতেই আকুলকাই ঘৰলৈ গৈ ফ্ৰক্ আৰু পেটীকোট খুলি চাক্-চিকুণকৈ আকৌ ডোঙাটোৰ পাৰলৈ খেলিবলৈ আহিছে। এডোখৰ চোকা শিলগুটিৰে তাই ডোঙাটোৰ পাৰৰ মাটিবোৰ খান্দি আছে। এনেতে মালাচাই আহি লগ ললে। তায়ো এছটা কাঠ ললে। দুয়ো লগ লাগি এটা জান খান্দিবলৈ লাগিল।

খেতিয়ক দুজনে মৰামৰি কৰিবলৈ সাজু হৈছে, বুঢ়ীজনীয়ে দুয়োৰো মাজত থিয় হৈ সিহঁতক থমাবলৈ মিছাতে চেষ্টা কৰিছে। হঠাতে ছোৱালী দুজনীয়ে খন্দা জানটোৰ পানী আহি বুঢ়ীজনীৰ ভৰি ছুলে। জানটোৰ পানী বৈ গৈ আলিবাটৰ ওপৰলৈ উঠিল। জানটোৰ দুয়ো কাষেৰে দুজনী ছোৱালী হাঁহি হাঁহি লৰি আহিছে। "মালাচা, জানটো বন্ধ কৰি দিয়া।" মালাচাই কিবা কৰবলৈ খুজিছিল কিন্তু হাঁহিঁৰ খুন্দাত মাত্বিই নোৱাৰিলে। জানটোত সিহঁতে এডোখৰ চলি উটাই দিছিল। চলিডোখৰৰ লগে লগে হাঁহি হাঁহি ছোৱালী দুজনীও লৰি আহিছে। চলিডোখৰ উটি উটি খেতিয়ক দুজনৰ মাজলৈ আহিল। ছোৱালী দুজনীক দেখি বুঢ়ীজনীয়ে কাজিয়া কৰি থকা খেতিয়ক দুজনক কলে, "তোমালোকে জানো ঈশ্বৰক নামানা। এই দুজনী ছোৱালীৰ যি কথালৈ

তোমালোকে মৰামৰি কৰিবলৈ ওলাইছা, সেই কথা সিহঁতে কেতিয়াবাই পাহৰি গ'ল। চোৱা, সিহঁতে আকৌ মিলা-প্ৰীতিৰে খেলিছে। তোমালোকতকৈ সিহঁতহে বেচি জ্ঞানী।"

কাজিয়া লগা খেতিয়ক দুজনে ছোৱালী দুজনীৰ হাঁহিমুখ আৰু দুয়োৰো ভিতৰত ইমান মিলা-প্ৰীতি দেখি নিজৰ মূৰ্খালিৰ কথা ভাবি বৰ লাজ পালে। আন আন খেতিয়কবিলাকেও সিহঁতৰ মূৰ্খালি দেখি হাঁহি ঘৰাঘৰি গ'ল।

সৰু ল'ৰা-ছোৱালীৰ নিচিনা হব নোৱাৰিলে ভগৱানৰ ৰাজ্যত প্ৰবেশ কৰিব নোৱাৰি।

শ্ৰীযুত সুৰেন্দ্ৰমোহন দাস

---

**কঠিন শব্দৰ অৰ্থ:—**

হাবিয়াস— অভিলাস, আশা।
উপক্ৰম— আৰম্ভ।

**প্ৰশ্ন:—** [১] "জ্ঞানী কোন" নামৰ সাধুটো তোমাৰ ভাষাৰে লিখা। প্ৰকৃত জ্ঞানী বুলি কাক কোৱা হৈছে?

[২] "সৰু ল'ৰা-ছোৱালীৰ নিচিনা হব নোৱাৰিলে ভগৱানৰ ৰাজ্যত প্ৰবেশ কৰিব নোৱাৰি।" কিয়?

## কবিতা ভাগ

# কুম্ভকৰ্ণৰ নিদ্ৰা ভঙ্গ

[মাধৱ কন্দলি মহাপুৰুষ শঙ্কৰদেৱৰ প্ৰায় ডেৰ শ বছৰৰ পূৰ্ব্বৰ কবি। তেৱেঁই প্ৰথমে সাতকাণ্ড ৰামায়ণ অসমীয়াত ৰচনা কৰিছিল। তেওঁৰ বৰ্ণনা ঘৰুৱা আৰু বাস্তৱ চিত্ৰেৰে ভৰপূৰ; ভাষা ৰসাল আৰু মনোগ্ৰাহী, উপমা অলঙ্কাৰেৰে পৰিপূৰ্ণ।]

ৰামক যুজন্ত আন কেহোঁ নাই,
জগায়োক কুম্ভকৰ্ণ ॥
ছয় মাস সিটো নিশ্চেষ্ট স্বৰূপে
আছন্ত ঘুমটি যায়া।
তাকে জগাইবাক সত্বৰে চলাহা,
ভোজন সম্ভাৰ লৈয়া ॥
ৰাজাৰ আদেশে কোটি অসংখ্যাত
ৰাক্ষস গৈয়া আণ্টাইল।
দুৱাৰ পৈশন্তে কুম্ভকৰণৰ,
নাকৰ বাৱে উড়াইল ॥
কতোহো ৰাক্ষস দুৱাৰ আৰত,
বাৰৰ মুঠাত ধৰি।

যিদিকি নাকৰ বাৱ নেখেলায়,
পশিলা গাৱ কাতি কৰি ॥
পৰ্ব্বত সমান পুৰুষেক শুতি,
আছে পুলস্তিৰ নাতি ।
তাক জগাইবাক ৰাক্ষস সকলে,
দৃঢ় কৰি বান্ধে গাতি ॥
ডেকা পৰ্ব্বতৰ সমান বাঢ়িল,
অন্ন বেঞ্জনৰ মিঠ ।
মেৰুৰ সমান ছৰাৱ কৰিলা
খৰিকা জহাৰ পিঠ ॥
মহিষ বৰাহ ছাগল মাৰিয়া
থৈলা দৌলা দৌলি কৰি ।
কৌটি অসংখ্যাত ডাণ্ডৰ কলস,
মদ্য ৰুধিৰক ভৰি ॥
দেৱাঙ্গ বসন কুম্ভকৰণক
গাৱত নিয়া চৰাইল ।
সুগন্ধ চন্দন পুষ্পৰ মালায়ে
ভূষিত আতি কৰাইল ॥
চতুৰ্দ্দিশে বেঢ়ি ৰাক্ষস সকলে
ৰোল কৰিবাক লৈলা ।
আছোক জাগিব কুম্ভকৰণক
কৰ্ণৰ পথে নগৈল ॥

খাটয় সহস্ৰ ৰাক্ষসে মিলিয়া
বেঢ়িয়া কৰয় ৰোল।
নানা বাদ্যভণ্ড কাণত আতাস,
তুমুলে বাজায় ঢোল॥
অন্তৰীক্ষে যত চটকা উৰয়,
মৰিয়া ভূমিত পৰে।
কুম্ভকৰ্ণ বীৰ আছোক জাগিব,
অধিকে ঘুমটি চৰে॥
সহস্ৰ সংখ্যাত হস্তীয়ে নাদয়,
দুই দান্ত ভিৰিয়া গায়ে।
ছাটৰ বাৰিত ঘোড়া চিঁহৰয়,
গাধৰে ত্যজয় ৰাৱে॥
ভেৰী শিঙ্গা শঙ্খ মুহুৰি নিশান,
তুমুলে বাজে কাহাল।
সকলে লঙ্কাত হুলস্থুল লাগি,
কাণত দিলেক তাল॥
আটাস পাবন্তে কতো ৰাক্ষসৰ,
গল সব গৈলা ফাটি।
সৰহাৰে থৰ উশাস বজাই
থাকিলা বলত ঘাটি॥
দশ শত লোকে হিয়াত চড়িয়া,
লাঠি বৈসাইলেক টানি।

একোহোঁ নাকত পঞ্চ পঞ্চ শত,
কলসে ঢালয় পানী ॥
গদা মুদগৰে টানিয়া মাৰয়
আৰো পৰিঘৰ বাৰী ।
সেৱা কৰে বুলি ঘুমটি চৰয়,
গম্ভীৰ বাজে ঘোজ্বোৰি ॥
কতোহোঁ ৰাক্ষস সহস্ৰ সংখ্যাত
ৰাক্ষসেয়ো শাৰী হুইয়া ।
শৰীৰৰ বলে প্ৰহাৰ কৰয়
গদা মুদগৰ লৈয়া ॥
দশ শতলোকে হিয়াত চড়িয়া
খিখিন্দ কৰয় ৰবে ।
গাৱ জান্তে বুলি ঘুমটি চড়য়,
মুখবায়া দন্ত তৰে ॥
অশেষ ৰাক্ষসে কেশ আজোৰয়,
কতো পাকৰয় নাক ।
কাণত কামোৰে মুকুটি লাঠিয়ে
বেঢ়িয়া কিলৰ জাক ॥
কুম্ভকৰ্ণে যেবে তেতো নজাগিলা
সবাৰো গৰ্ব্ব ভাগিল ।
কতোহেঁা বেলাত কালৰ প্ৰমাণে,
আপনি পাছে জাগিল ॥

দুই হাত ঘূৰি মাথাৰ উপৰে
পিঠিক লাগি নিলেক ।
পাতাল সদৃশ বেন্ত গোট বায়া
হায়ি গোট তুলিলেক ॥
জিহ্বাখান তাৰ, আলতা গুলিল,
যেহেন গিৰি শিখৰ ।
দুই চক্ষু দেখি অৰুণ বৰণ
উদয় যেন ভাস্কৰ ॥
নাসাৰ পৱন বহে তাৰ আতি
ফাল্গুন চৈত্ৰৰ সম ।
প্ৰজা সংহৰিতে উঠিয়া বসিলা,
যেন কালান্তক যম ॥

—মাধৱ কন্দলি

---

**কঠিন শব্দৰ অৰ্থ—**

আণ্টাইল— উপস্থিত হ'ল
পৰিঘৰ— প্ৰাচীন কালত যুদ্ধত ব্যৱহাৰ কৰা মুদ্গৰৰ নিচিনা অস্ত্ৰ বিশেষ ।
ঘোঙ্ঘোৰি— টোপনিত ঘোৰ্ঘোৰাই থকা
খিখিন্দ— খিকিন্দালি

প্ৰশ্ন— ১। "প্ৰজা সংহৰিতে, উঠিয়া বসিলা, যেন কালান্তক যম" পদফাঁকিত কাৰ কথা, উল্লেখ কৰা হৈছে ? তেওঁক কিয় উঠাব লগা হল বিবৰি লিখা।

# বিপ্ৰ দামোদৰ

[মহাপুৰুষ শঙ্কৰদেৱ কেৱল ধৰ্ম্মপ্ৰচাৰকেই নাছিল। তেওঁক অসমীয়া সাহিত্য, সংস্কৃতি, সুকুমাৰ, কলাৰ জন্মদাতা বুলি কলেও অত্যুক্তি কৰা নহয়। শঙ্কৰদেৱৰ ৰচিত অমূল্য গ্ৰন্থৰাজিৰ ওপৰতে অসমীয়া ভাষা সাহিত্যৰ গৌৰৱ নিৰ্ভৰ কৰিছে। তেখেতৰ অলেখ পুথিৰ ভিতৰত কীৰ্ত্তন সুললিত পদৰ পুথি সহজ, সৰল, সুললিত ছন্দত ৰচিত এই পুথিৰ আখ্যান সমূহে অশিক্ষিত লোকৰো মন প্ৰাণ হৰি নিয়ে। তলৰ পদসমূহ কীৰ্ত্তনৰ বিপ্ৰ দামোদৰ আখ্যানৰ এক অংশহে মাথোন। উদ্ধৃত পদসমূহত সখীৰ স্নেহৰ প্ৰকৃত পৰিচয় প্ৰকাশ পাইছে।]

শুক নিগদতি শুনা কুৰুপতি
কৃষ্ণৰ আৰো চৰিত্ৰ।
আছিল দৰিদ্ৰ বিপ্ৰ দামোদৰ
বৈষ্ণৱ আতি পৱিত্ৰ॥
কৃষ্ণ এবে টান মহা মিত্ৰৱতি
পঢ়ন্তে গুৰু গৃহত।
খাইবে খুন্তিবাক একোৱে নাহিকে
বস্ত্ৰ হীন শৰীৰত॥
অতি পতিব্ৰতা তাহান ব্ৰাহ্মণী
দুঃখে দণ্ডে যুগ যায়।

কাম্পন্তে আসিয়া স্বামীক বুলিলা
মুখৰ মাত নোলায় ॥
শুনিয়োক স্বামী মন্দভাগী আমি
সহিবো কত নিকাৰ।
দ্বাৰকাত আছে প্ৰভু নাৰায়ণ
পৰম মিত্ৰ তোমাৰ ॥
দীন দয়াকৰ জগত ঈশ্বৰ
সাক্ষাতে লক্ষ্মীৰ পতি।
তোমাৰ নিকাৰ দেখিয়া দিবন্ত
অনেক ধন সম্পত্তি ॥
তাহান চৰণ চিন্তে যিটোজন
আপনাক দেন্ত তাক।
নকৰা বিমন পাইবা বহুধন
নবাধিবা মোৰ বাক ॥
ভাৰ্য্যাৰ বচন শুনিয়া ব্ৰাহ্মণে
দৃঢ় কৰিলন্ত মতি।
কৃষ্ণ দৰশনে মোৰ মহালাভ
যাইবো দ্বাৰকাক প্ৰতি ॥
ভাৰ্য্যাক বোলন্ত যি পাৱা সন্দেশ
আনি দিয়া ঝান্তে উঠি।
শুনিয়া ব্ৰাহ্মণী মাগি আনিলন্ত
চাউল চিৰা চাৰি মুঠি ॥

কানিৰ টোপলি বান্ধি আনি দিলা
ব্ৰাহ্মণে কাখত লৈলা ।
কৃষ্ণৰ চৰণ দেখিবাক মনে
দ্বাৰকাক লাগি গৈলা ॥
কৃষ্ণক দেখিবে কত বেলি পাওঁ
মনে গুণি দ্বিজবৰ ।
সেনাৰ বাঝুক ছড়াই তিনিদ্বাৰ
পাইলা গৈয়া অভ্যন্তৰ ॥
ষোড়শ হাজাৰ আবাস প্ৰকাশে
বৈকুণ্ঠ পুৰ সমান ।
যদুগণ যাত পশিবে নপাৰে
কৃষ্ণৰ ৰহস্য স্থান ॥
তাৰ এক গৃহ পশিলা ব্ৰাহ্মণ
কেহোৱে বাধন্তা নাই ।
সব্যা ভাৰ্য্যা সমে সোণাৰ খাটত
শুতি আছা যদুৰাই ॥
মিত্ৰক দেখিয়া ভাৰ্য্যাক এড়িয়া
উঠি আসি আথেবেথে ।
দুই হাতে সাৱটি ধৰিলা আনন্দে
তিনিও লোকৰ নাথে ॥
সখিক আলিঙ্গি অতি প্ৰীতি পাইল
আনন্দে লোতক ঝৰে ।

সোণাৰ খাটত বসুৱাইলা আসি
ধৰিয়া আতি সাদৰে ॥
আপুনি চৰণ ধুৱাইল বিপ্ৰৰ
পাদোদক লৈল শিৰে ।
সুগন্ধি চন্দন কুঙ্কুমে সখিৰ
ঘসিলা সব শৰীৰে ॥
দীপ ধূপ লগাই পূজিলা বিপ্ৰক
কপূৰ্ব তাম্বুল দিয়া ।
সাদৰে চামৰে বিঞ্চন্ত বিপ্ৰক
সব্যা মাধৱৰ প্ৰিয়া ॥
দেখিয়া অন্তেষ পুৰৰ লোকৰ
বিস্ময় ভৈগৈল পাছে ।
ইটো মহাদুখী ভিক্ষুক ব্ৰাহ্মণে
কত পুণ্য কৰি আছে ॥
ত্ৰৈলোক্যৰ গুৰু লক্ষীৰ নিবাস
আপুনি সেৱন্ত যাক ।
ভাৰ্য্যাক এৰিয়া আঙ্ক আলিঙ্গন্ত
যেহেন শ্ৰেষ্ঠ দদাক ॥

—শঙ্কৰ দেৱ

— —

**কঠিন শব্দৰ অৰ্থ :-**

নিকাৰ — দুখ-দুৰ্গতি ।

বাজুক — বাহুত পিন্ধা এবিধ অলঙ্কাৰ ; কেয়ূৰ—

আথে-বেথে—সাদৰেৰে ।

লোতক — চকুলো, চকুপানী ।

**প্ৰশ্ন:** [১] "বিপ্ৰ দামোদৰ"ত শ্ৰীকৃষ্ণৰ বন্ধুৰ প্ৰতি অকৃত্ৰিম স্নেহ কেনেদৰে প্ৰকাশ পাইছে তাক আলোচনা কৰা ।

# ৰামৰ লগত পৰশুৰামৰ সাক্ষাৎ

[ অসমীয়া বৈষ্ণৱ কবি সকলৰ ভিতৰত মাধৱদেৱে শীৰ্ষস্থান লাভ কৰিছে । তেখেতৰ "নামঘোষা" ওখ শাৰীৰ দাৰ্শনিক গ্ৰন্থ ; এনে পুথি ভাৰতীয় সাহিত্যত বিৰল । কৃষ্ণৰ শিশু জীৱনক কেন্দ্ৰ কৰি মাধৱদেৱে ভালেমান বৰগীত আৰু চোৰ ধৰা, পিম্পৰা গুচুৱা আদি অঙ্কীয়া নাট ৰচনা কৰিছে । অন্যান্য বহুমূলীয়া গ্ৰন্থৰ বাহিৰেও ৰামায়ণৰ আদিকাণ্ডও তেওঁ অনুবাদ কৰিছিল । তলৰ অংশটি আদিকাণ্ড ৰামায়ণৰ পৰা দিয়া হৈছে । ৰামে হৰ-ধনু ভাঙি সীতাক লগত লৈ অযোধ্যালৈ উভতি আহোঁতে বাটতে পৰশুৰামৰ লগত সাক্ষাৎ হয় । সেই বৰ্ণনাই ইয়াত আছে । ]

জামদগ্নি ৰামে শ্ৰীৰামক দেখিলন্ত ।  
কৰিয়া তৰ্জ্জন পাচে বাক্য বুলিলন্ত ॥

নাজানাহা বল কিছু ছৱাল ৰাজাৰ ।
জানো তুমি বল নতু শুনাহা আমাৰ
পৰশুৰাম নাম মোৰ বিদিত সংসাৰ ।
নিক্ষত্ৰি কৰিলোঁ মহী তিনি সাতবাৰ ॥
ক্ষত্ৰিয়ৰ নিমিত্তে সাক্ষাত মই যম ।
সম্প্ৰতি আছোঁহো মই পৰিয়া নিজম ॥
ডাকিয়া আনিলা মোক দেখায়া দৰ্প্পক ।
দাণ্ডি দিয়া জগাইলাহা কাহাল গোমক ॥
কুপিত সিংহৰ আগে খেলায়স খেড়ি ।
মোহোৰ আগত যাহা লীলা কৰি ॥
মোহোৰ আগত কেনে তুমি কৰাঁ মহা গৰ্ব্ব ।
শিশু হুইয়া কৰা কেনে দুৰ্ঘোৰ অকৰ্ম্ম ॥
ধনু ভাঙ্গি যশ বৰ লভিলা ডাণ্ডৰ ।
উপাৰি গৈলেক যেন মেৰু পৰ্ব্বতৰ ॥
কাত বৰ পাইয়া তুমি কৰা হেন কৰ্ম্ম ।
আমাৰ গুৰুৰ ধনু ভাঙ্গি দিলে মৰ্ম্ম ॥
বৰ তেজৱন্ত বীৰ ভৈলাহা অধিক ।
কৰিবাহা লুপ্ত তুমি আমাৰ কীৰ্ত্তিক ॥
ত্ৰিজগত লোকে জানে মোৰ বিক্ৰমক ।
ক্ষত্ৰিয়ৰ নামে মই সাক্ষাতে অন্তক ॥
নপাৰোঁ জিনিবে যেবে তোমাৰ ৱলক ।
নিষ্ফল জীৱন মোৰ ইটো সংসাৰত ॥

জনকৰ ঘৰে ভাঙি আছা ধনুখান ।
তাতে বোলা নাহি মোত মুনিহ সমান ॥
মই চূৰ্ণ কৰিবোঁ তোমাৰ গৰ্ব্ব যত ।
পৰিলা চেঙেলি আজি বুঢ়াৰ হাতত ॥
ৰহি আছা বৃক্ষ যেন নদীৰ তীৰত ।
অলপতে পৰে শিপা নাহিকে তলত ॥
হোৱা যদি ৰাম তুমি বীৰ অদভুত ।
লগায়োক গুণ দেখোঁ আমাৰ ধনুত ॥
তেবেসে মুনিহ বুলি জানোহো সাক্ষাত ।
বিনে যুদ্ধে ভঙ্গ মই মানিবোঁ তোমাত ॥
তাক দেখি ৰামচন্দ্ৰে লাগিলা হাসিত ।
ধনু দেখি দশৰথ ভৈলা ভয় ভীত ॥
প্ৰসন্ন বদনে ৰামে বুলিলা বচন ।
শুনিয়োক ঋষি জামদগ্নিৰ নন্দন ॥
ঋষি ধৰ্ম্ম অনুসৰি আছা মহাভাগ ।
আমাত তোমাৰ কেনে এতমান ৰাগ ॥
ক্ষমাসে উচিত ধৰ্ম্ম হোৱয় তোমাৰ ।
কিসক কৰিলা তুমি তাক পৰিহাৰ ॥
ধৰ্ম্ম এৰি অধৰ্ম্ম কৰয় যিটো নৰ ।
তাক দণ্ড কৰিবে লাগয় ক্ষত্ৰিয়ৰ ।
ব্ৰাহ্মণত জন্ম ধৰ্ম্ম ধৰিছা ঋষিৰ ।
তাক এৰি ধৰ্ম্ম কেনে আচঁৰা ক্ষত্ৰিৰ ॥

শম দম দান দয়া ক্ষমা তযু ধৰ্ম্ম ।
ক্রোধ অহঙ্কাৰ আতি ক্ষত্রিয়ৰ কৰ্ম্ম ॥
কৰিলাহা তুমি সিতো ধৰ্ম্ম বিপৰ্য্যয় ।
বিচাৰত দণ্ডিবাক তোমাক লাগয় ॥
ভাঙ্গিলোঁহো ধনু আমি গুৰুৰ তোমাৰ ।
ক্ষত্রিয়ৰ ধৰ্ম্ম ইতো উচিত আমাৰ ॥
কোন দোষে কৰা তুমি আমাক বিৰোধ ।
ঋষিৰ তোমাৰ কোন এতমান ক্রোধ ॥
জ্ঞান শূন্য হুয়া অধৰ্ম্মত প্ৰবৰ্ত্তিলা ।
ভাল ভৈলা আসি মোৰ আগত মিলিলা ।
কৰো আজি উচিত তোমাক প্ৰায়শ্চিত্ত ।
যেন আন ক্ষণ অধৰ্ম্মত নেদা চিত্ত ।
ধৰ্ম্মহীন হুয়া দৰ্প কৰা মোৰ আগে ।
অৱশ্যে তোমাক দণ্ড দিবে মোৰ লাগে ॥
ভাঙ্গো আজি মই তোমাৰ মিছা ঢোল ।
বুজ কেন মত শিশু ছৱালৰ বল ॥
তুমি কেনমত বীৰ পৰীক্ষিয়া চাওঁ ।
তুহি যেবে বোলো ক্ষমা কৰিয়া পঠাওঁ ॥
যদ্যপি আমাৰ তবে তুহি ক্ষমা ধৰ্ম্ম ।
বৃদ্ধ দেখি তোমাক লাগয় মোৰ মৰ্ম্ম ॥
যায়োক গৃহক গুৰু দিলোঁহো বিদায় ।
তথাপিতো যদ্যপি তোমাৰ ক্ষমা নাই ॥

মোৰ দোষ নাই তেবে কহোঁ স্বৰূপত ।
কৰোঁ চূৰ্ণ সকলে তোমাৰ গৰ্ব্ব যত ॥
তোমাৰ ধনুৰ বৰ বখানা মহত ।
বল বুজি চাওঁ ধনুখান কেনমত ॥
শুনিয়া পৰশুৰামে ধনুখান দিলা ।
শ্ৰীৰামে লগাইলা গুণ কৰি মহা লীলা ॥

—মাধৱদেৱ—

## কঠিন শব্দৰ অৰ্থঃ—

খেড়ি— খেলা ।
উপাৰি—উভালি ।

প্ৰশ্নঃ— [১] ৰামৰ লগত পৰশুৰামৰ সাক্ষাৎ আৰু তেওঁলোকৰ বাক্ বিতণ্ডাখিনি বৰ্ণনা কৰা ।
[২] ব্যাখ্যা কৰাঃ—
[ক] "ধৰ্ম্ম এৰি········ লাগয় ক্ষত্ৰিয়ৰ ।
[খ] "শম দম দান··········ক্ষত্ৰিয়ৰ কৰ্ম্ম ॥'



# প্ৰকৃতিৰ স্তুতি

[ পণ্ডিত ৺হেমচন্দ্ৰ গোস্বামী অসমীয়া সাহিত্য আৰু বুৰঞ্জীৰ এজন প্ৰধান গুৰিয়াল আছিল। কলিকতা বিশ্ববিদ্যালয়ৰ হৈ হেমচন্দ্ৰ গোস্বামীয়ে "অসমীয়া সাহিত্যৰ চানেকী" নামৰ কেইবা খণ্ডৰ পুথি সম্পাদিত কৰে। অসমৰ বুৰঞ্জী আৰু প্ৰত্নতত্ত্ব সম্বন্ধীয় এখেতৰ বহু বাছকবনীয়া প্ৰবন্ধ আছে। তেখেতৰ কবিতাৰ পুথিৰ নাম হৈছে "ফুলৰ চাকি"।]

স্বৰ্গয়ে কেৱল প্ৰভু আন নহলেও,  
প্ৰকাশিছে পূৰ্ণৰূপে মহিমা তোমাৰ,  
অনন্ত আকাশ আৰু তৰা সকলেও,  
বখানিছে কাৰিকৰি বিশ্ব স্ৰজোঁতাৰ।  
ঘূৰি অহা দিবসৰ প্ৰত্যেক পুৱাই,  
জ্ঞানৰ পোহৰ আনি লোকত বিলায়;  
ঘূৰি অহা ৰজনীৰ সন্ধিয়াৰ বাই,  
স্বৰগৰ উপদেশ সুললিত গায়।  
সি সবাৰ তেজোময় বচনৰ ধাৰ,  
সকলো দেশতে সমে হইছে প্ৰচাৰ,  
শুশুনে প্ৰকৃতি-ভাষা এনে প্ৰাণী নাই,  
সকলোৱে যি কথাত সম ৰস পায়।

সি সৱৰ উপদেশ সুবিমল জ্ঞান,
পৃথিবীৰ দশোদিশে কৰিছে প্ৰমাণ,
সি সৱৰ মাজে বহি ভ্ৰাম্যমান ৰবি,
আলোৰূপে প্ৰকাশিছে আনন্দৰ ছবি।
যি সুখে বীৰৰ মনে আনন্দ বঢ়ায়,
যি সুখে বীৰৰ তেজ ঘনে নচুৱায়,
ই সুখৰ সৈতে তাৰ তুলনা নহয়,
যি সুখত থাকি সূৰ্য্যে আলো বৰিষয়।

৺হেম চন্দ্ৰ গোস্বামী

---

## কঠিন শব্দৰ—অৰ্থ

কাৰকৰিঃ—নিপুনতা
ভ্ৰাম্যমাণ—ভ্ৰমণ কৰি থকা

**প্ৰশ্নঃ**—(১) কবিতাটিৰ সাৰাংশ লিখা।

# ঐশ্বৰ্য্য

[৺হিতেশ্বৰ বৰবৰুৱা এজন যশস্বী কবি। কমতাপুৰ ধ্বংস, বিৰহিনী বিলাপ, যুদ্ধক্ষেত্ৰত আহোম ৰমণী—তেখেতৰ কাপৰ পৰা ওলোৱা অনুপম কাব্য। আহোম বুৰঞ্জীৰ সমল লৈ অমিত্ৰাক্ষৰ ছন্দত কাব্য ৰচোতা অসমীয়া কবি সকলৰ ভিতৰত বৰবৰুৱা অগ্ৰণী। মালচ, চকুলো আৰু আভাস—এই কেইখনি তেখেতৰ চতুৰ্দ্দশপদী কবিতা বা চনেটৰ পুথি।]

ঐশ্বৰ্য্য-বিভূতি হায়! নিমিত্তে তোমাৰ
দিনে-দিনে ভায়ে-ভায়ে কত দ্বন্দ্ব-হাই!
কত ৰজা, মহাৰজা, ৰাজাধিৰজাই
কৰে কত ৰক্ত-পাত নিৰ্দ্দোষী প্ৰজাৰ॥
আহাহা! ঐশ্বৰ্য্য! তুমি বৰ মোহকৰী,
তোমাৰ মায়াত ভুলি নিৰ্ব্বোধ মানৱে
"হা ধন-বিভূতি" কৰি বিয়াকুল ভাৱে
ভ্ৰমি ফুৰে জগতভ প্ৰাণ পণ কৰি॥
শুনিলে সঙ্গীত ধ্বনি মৃগৰ পৰাণ
নাচি উঠে যেনেক'ই: প্ৰাণ আশা এৰি
প্ৰাণ দিবল'ই আহে লৰালৰি কৰি
শত্ৰুৰ হাতত আহা! মানুহৰো প্ৰাণ
শুনিলে তোমাৰ মাত এৰে প্ৰাণ-ভয়,
ঐশ্বৰ্য্য! তোমাৰ মাথোঁ ক্ষাৰ পাবলই॥

৺হিতেশ্বৰ বৰবৰুৱা

**কঠিন শব্দৰ অৰ্থ :-**

ঐশ্বৰ্য্য= ধন-সম্পদ ।

মোহকৰী= মোহ বা লোভ জন্মাব পৰা ।

**প্ৰশ্ন :—** (১) "কত ৰজা মহাৰজা ৰাজাধিৰজাই
কৰে কত ৰক্ত-পাত নিৰ্দ্দোষী প্ৰজাৰ ॥"
কি লাভৰ কাৰণে এনে হয় আঁতি গুৰি মাৰি লিখা ।

---

# বলিয়া

[ শ্ৰীযুত বেণুধৰ ৰাজখোৱাই আজীৱন অসমীয়া সাহিত্য সেৱা কৰি আহিছে । তেখেতৰ ৰচনাৱলীৰ ভিতৰত নাটকৰে সংখ্যা সৰহ । তেওঁৰ 'খণ্ডবাক্য কোষ' অসমীয়া ভাষাত জতুৱা ঠাচ শিক্ষাৰ কাৰণে উপযুক্ত গ্ৰন্থ । 'বলিয়া' নামৰ কবিতাটি পূৰ্ব্বে বিজুলী কাকতত প্ৰকাশ পাইছিল, আৰু ই বহুলভাৱে সমাদৃত হৈছিল । তাৰে এচোৱাহে তলত দিয়া হৈছে । ]

দিহিঙে-দিপাঙে, নগা-চাঙে চাঙে
পৰ্ব্বতে পাষণ্ডে ফুৰোঁ ।
কিনো লাগে মোক, কিহবে বা শোক,
কিয় দেশে দেশে ঘূৰোঁ ?

চাই ফুৰোঁ শিল, গছ লতা বিল,
মেঘ নই জান জুৰি ;
চৰাই চিৰ্কতি, ফৰিঙ্গ কাকতী,
হৰিণা-হৰিণী যুৰি ।
কেঁকোৰা-কেঁকুৰি, বাট যায় উৰি,
বালিমাহী কণ-কণ ;
লগে লগে মাৰি, যেন নেজ টাঁৰি,
উৰি যায় মোৰো মন ।
ভাটউ চৰাই, জাঁকে জাঁকে যায়,
জাঁত জাঁত বেলি বেলি ;
মোৰো তেতিয়াই, মন গুচি যায়,
লগতে চাপলি মেলি ।
লৰে কলামলা, ভাৱৰ-বখলা,
কত কিনো দেখোঁ গাত,—
শিহু কাছ মাছ, দানৱ পিশাচ,
আৰু হাতী ঘোঁৰা তাত ।
দেখি এইবোৰ, চাই থাকে মোৰ,
ৰলিয়া-বটিয়া মন ;
চাই তৰা নচা, থিয় পানী গছা,
আৰু মেঘ ধেনু থন ।
পূৰ্ণিমাৰ ৰাতি, তাতে নই-দাঁতি,
তাতে আকৌ ফুলবাৰী ;

বহি বহি ভাত জুৰ নই-মাত
শুনি থাকোঁ মন পাৰি।
সুঙ্গো ফুল থুপি, চাওঁ তাকে জুপি
বতাহৰ ছাটি পাওঁ;
নিম্ন্ৰত সানি, উৰে ফুল পানী,
কণা কণা ধৰি খাওঁ।
সিমানতো মনে, কান্দে ঘনে ঘনে,
জানো কিবা হেৰুৱাই!
কিনো নাই মোৰ, অভাৱৰ ওৰ,
বিচাৰি পাবলৈ নাই!
অভাৱৰ আঁত, হেৰুৱাই শাঁত,
নেমানে বুকুৱে মোৰ;
থউকি বাথউ, কৰি উঠে ঢউ,
তোলে হেন্দোলনি বোৰ।
জানি ললোঁ পাচে, বুকুতেহে আছে,
শিপা মেলি সি অভাৱ;
তাকে পালে ঢুকি, বুকুৱে নিচুকি,
ৰঙতে হব উধাও!

শ্ৰীবেণুধৰ ৰাজখোৱা

**কঠিন শব্দৰ অৰ্থ :—**

দিহিঙে- দিপাঙে — অনিশ্চিত নানা দূৰ ঠাইত।
আঁত— কোনো কথাৰ আগ-গুৰি বা উৰাদিহ।
উধাত্ত— মতলীয়া—

**প্ৰশ্ন**— ১। "বলিয়া" পদ্যটোৰ সাৰাংশ লিখা।

---

# বহাগীৰ বিয়া

[ শ্ৰীযুত ৰঘুনাথ চৌধাৰী বিহগী কবি বুলি প্ৰখ্যাত। কেতেকী, দহিকতৰা আদি চৰাইৰ বিষয়ে তেখেতে অনুপম কবিতা ৰচনা কৰিছে। তেখেতৰ কবিতা অসমৰ প্ৰকৃতি, গছ, লতা, ফল-ফুলেৰে জাতিস্মাৰ আৰু চৰাই চিৰিকতিৰ সুললিত কণ্ঠেৰে মুখৰিত হৈ উঠিছে। ]

প্ৰকৃতি জীয়াৰী গাভৰু ছোৱালী
বহাগী আইৰে বিয়া,
উলহ মালহে সকলোৰে যেন
আনন্দে নধৰে হিয়া।

স্বৰগ মৰত সকলো ঠাইতে
উঠিছে আনন্দ ৰোল,

সাজন কাচন ৰং ৰূপহত
গোটেই জগত ভোল।
অব্যক্ত সুৰত প্ৰেমিক ভ্ৰমৰে
দিলে সকলোতে জান,
গছ-লতিকাৰ প্ৰতি শিৰে শিৰে
মুঞ্জৰী উঠিল প্ৰাণ।
শিমলু পলাশ অশোক মদাৰ
শ্যামল বিটপী ৰাজি,
জীৰ্ণ আভৰণ সলাই আহিছে
ৰাঙলী সাজেৰে সাজি।
কামিনী কাঞ্চন চম্পা নাগেশ্বৰ
সুগন্ধি কুসুম মালা,
ন ন ৰূপ ধৰি পুষ্প কাননত
পাতিছে প্ৰেমৰ খেলা।
মলয় সমীৰ গন্ধ বনিকৰ
গাত তত্ নাইকীয়া,
ফুলৰ সুঘ্ৰাণ বোকোচাত লই
হইছেহি বিলনীয়া।
ধুনীয়া ধুনীয়া লতাৰে মণ্ডিত
কুসুমিত তৰুৰাজি,
ৰমক্ জমক্ কৰি ঠায়ে ঠায়ে
দিছে বেইঘৰ সাজি।

হীৰক মণ্ডিত চন্দ্ৰতাপ খনি
ওলমিছে আকাশত,
আই বসুমতী দিছে পাটী পাৰি
সেউজীয়া আসনত।
আয়তি সকলে ৰভাৰ তলতে
কৰিছে যাৰ যি কাম,
কোনোজনী আহি দিছে পুষ্পাঞ্জলি
কোনোৱে গাইছে নাম।
জয়ে জয়ে আহি ফেঁচু চৰাইটি
মঙ্গল উৰুলি দিলে,
দহিকতৰাই প্ৰভাতী সুৰত
স্তুতি গীত আৰম্ভিলে।
আম্ৰ কাননত ৰঙিয়াল কুলি
লগালে এবাৰ মাত,
গীতৰ ধ্বনিত স্বৰগত যেন
বহিল প্ৰেমৰ হাট।
ঝঙ্কাৰি উঠিল পুষ্প উপবন
বলিল প্ৰেমৰ বা,
হাঁহিটি মাৰিলে মাধৈমালতী
গাতে লগাই গা।
পাটৰ চেলেং গাত মেৰিয়াই
পাতমাদৈ চুঁচি মাজি,

জোৰণ পিন্ধাব আহিল সুন্দৰী
পাট গাভৰুটী সাজি।
সোণ বৰণীয়া ডঁৰিয়া কাঞ্চন
সোণাৰু কনক চম্পা,
ৰচিলে ধুনীয়া বেঁণীৰ আকাৰে
কন্যাৰ লাহতী খোপা।
সিন্দুৰ ৰক্তিম অলকা তিলক
পিন্ধালেহি উষাৰাণী,
নিমজ গালত কুসুম ফুলৰ
দিলেহি ৰহন সানি।
পিন্ধিলে কাণত ডালিম ফুলৰ
বাখৰ পতোৱা কেৰু,
হাত দুখনিত কুঞ্জলতিকাৰ
সোণখটা মুঠি খাৰু।
পিন্ধালে ময়ুৰে গোমচেং মেখেলা
ভমকা ফুলীয়া চায়,
দিলে বুটা তুলি ফুল বছা ৰিহা
ৰচকী পখিলা বাই।
চাৰু ললন্তিকা নাৰঙী ফুলৰ
আকনৰ কোতমণি,
কাজলী ধৰলী অপৰাজিতাৰ
কঁকালৰ কৰধ্বনি।

সাজি কাচি যেন আছে পাটৰাণী
গোলাপী শয্যাত ৰহি,
কিবা অপৰূপ ৰূপ লাৱণ্যত
পেলালে জগত মুহি।
ধৰিছে যোগান ফুলৰাণী সবে
ফুলৰেণু কুঁহি পাত,
কেনোজনী আহি লছনৰ গুৰি
ছটিয়ায় ফাঁকু গাত।
কন্দৰ্প-কুমাৰ প্ৰেমিক ৰসন্ত
আহিছে দৰাটি সাজি।
বিবিধ সুৰত পৱিত্ৰ প্ৰেমৰ
উঠিছে বাজনা বাজি।
মাৰিলেহি মেঘে ঢোলত চাপৰ
জিলীয়ে বজায় কালি,
টুনী বুলবুলি নাচে ছেৱে ছেৱে
হেটুলুকা ওজাপালী।
নৱ পল্লৱিত তৰু শাখাবোৰে
হাতত চোঁৱৰ ধৰি,
কেতেকী বাইকো বিয়া গাবলৈ
আনিছে বৰণ কৰি।
আজি পূৰ্ণিমাৰ ৰাতিটো চিকোণ
আকাশ জোনেৰে ভৰা,

ৰজত ধৱল স্নিগ্ধ কিৰণত
হাঁহি উঠে বসুন্ধৰা।
দীপক সুৰত জুৰিলে সঙ্গীত
বিহুৱা বাউলীজনী,
জিলিকি উঠিল কাম্য কাননৰ
নিকুঞ্জ মণ্ডপ খনি।
কণ্টক বনত সি প্ৰেম গীতত
ফুলিল কেতেকী ফুল,
ভেটফুল কলি জল কুঁৱৰীৰো
হৃদয় মুকলি হ'ল।
জড় জগতত জীৱ জগতত
পাওঁ সকলোতে দেখা,
মহাবিশ্ব জুৰি বিৰিঙ্গিছে যেন
আনন্দৰ পূৰ্ণ ৰেখা।

শ্ৰীৰঘুনাথ চৌধাৰী

---

**কঠিন শব্দৰ অৰ্থ ঃ—**

মুঞ্জৰী — জাগি উঠা।
বিটপী—গছ-গছনি।
গোম চেং — এবিধ পাটৰ কাপোৰ।

প্ৰশ্নঃ— ১। "বহাগীৰ বিয়া" কবিতাটিৰ সাৰাংশ লিখা।

২। "বহাগীৰ বিয়াত" অসমীয়া হিন্দু সমাজৰ বিবাহ-পদ্ধতিৰ এখনি ছবি কেনেদৰে প্ৰকাশ পাইছে তাক ফঁহিয়াই দেখুৱা।

৩। আঁতিগুৰি মাৰি বুজোৱা।

"জড় জগতত.........পূৰ্ণ ৰেখা।"

---

# মন্দিৰ

[ শ্ৰীযুত দুৰ্গেশ্বৰ শৰ্ম্মা জোনাকী যুগৰে কবি। 'অঞ্জলি' আৰু 'নিবেদন' নামৰ পুথিত তেওঁৰ কবিতাসমূহ সংগৃহীত হৈছে। তেওঁৰ সৰহখিনি কবিতাত দাৰ্শনিক ভাব প্ৰকাশ পাইছে। ]

নামঘৰ বুলি বহুত মানুহে
সাঁজিছে বহুত ঘৰ,
বহুতে আকউ বুলিছে মজিদ্
ঘৰক সিবিলাকৰ ;
গিৰ্জা, সমাজ, বিবিধ নামেৰে
বিবিধ মানুহে সাজে,
সকলো সমান, সকলো ঘৰেই
অভেদ নামৰ বাজে।

গধূলি বেলিকা শাৰী শাৰী কৰি
লগাই বিবিধ চাকি,
ৰহিবৰ বাবে বিবিধ আসনে
পেলায় ভিতৰ ঢাকি,
জুইকালি তাত বিচনীৰ বাত
শীতল গোটেই ঘৰ,—
পৰিচয় দিয়ে সেই ঘৰবোৰ
মন্দিৰ বিশ্বদেৱৰ।
মিছা সেই কথা,— জগত্ পিতাৰ
নহয় বহুত ঘৰ,
একেটি মাথোন দেৱৰ মন্দিৰ
ঘৰ সেয়ে জগতৰ,—
চালখনি তাৰ আকাশতে আছে,
চাকি চন্দ্ৰ, সূৰ্য্য, তৰা,
ৰতাহে সদাই তাপ আঁতৰায়,
ঘাঁহেৰে আসন পৰা।

শ্ৰীদুৰ্গেশ্বৰ শৰ্ম্মা

---

**কঠিন শব্দৰ অৰ্থ—**

মছজিদ্ — মোছলমান সকলৰ ধৰ্ম্ম মন্দিৰ।
গীৰ্জ্জা— খৃষ্টান সকলৰ ধৰ্ম্ম স্থান বা মন্দিৰ

প্ৰশ্ন— (১) কবিতাটোৰ মূল ভাৱটো মুকলি কৰি লিখা।
[২] ব্যাখ্যা কৰা :—
"চালখনি...... আসন পৰা।"

# পূৰ্ণিমা

[ মহিলা কবি শ্ৰীযুতা নলিনী বালা দেৱীয়ে দাৰ্শনিক আৰু আধ্যাত্মিক ভাৱৰ উচ্চ ধৰণৰ কবিতা ৰচনা কৰি যশস্বী হৈছে। তেওঁৰ 'সন্ধিয়াৰ সুৰ' আৰু 'সপোনৰ সুৰ' দুখনি মনোৰম কবিতাৰ পুথি। ]

কোন সৰগৰ তুমি সৌন্দৰ্য্যৰ ৰাণী
শাৰদৰ পূৰ্ণিমা সুন্দৰী ?
ঢালিছা ৰূপৰ ঢল মৰত বুকুত
অমিয়াৰ তুলিছা লহৰী ?
বিৰিখে লতাই সানি ৰূপালী বৰণ
আকাশত নাচিছে তৰাই,
পাতিছা মোহন মেলা তুমি ধৰণীত
উছৱৰ মুৰলী বজাই।
তুমি মোৰ দীঘলীয়া এন্ধাৰ নিশাৰ
মৌ সনা জোনাকী নগৰী,

তোমাৰ মোহন ৰূপ দেখিলে সাদৰী,
যাওঁ যেন নিজকে পাহৰি।
তোমাৰ জোনাক ধাৰা আঁজলি ভৰাই
ঢালি দিছা শৰীৰ জুৰাই,
উজাগৰে ওৰেৰাতি আকাশী ধৰত
অমিয়াৰ নিজৰা বিলাই।
বিনিদ্র ৰজনী কত কটাওঁ তোমাৰে,
কথা পাতি তোমাৰ লগত,
প্রিয় সখি দৰে তুমি শীতলী পৰশ
সানি দিয়া চুমা পৰশত।
লৰালিৰ যৌৱনৰ চিৰ লগৰীয়া
কত খেলা খেলিলো নিৰলে,
প্রাণৰ বাতৰি কত স্মৃতিৰ লালিমা
জানা মাথোঁ তুমিয়ে অকলে।
কতদিন চোতালত তোমাৰ লগত
পাতিছিলো কত মোৰ কথা
তোমাৰ শুৱনী মুখ দেখিলে হিয়াত
জাগি উঠে পাহৰণ বেথা।
স্বৰ্গৰ উৰ্ব্বশী তুমি অনন্ত যৌৱনা
আছা সেই একেই ৰূপত,
কত ৰূপান্তৰ হল তোমাৰ আগত
জন্ম মৃত্যু অলেখ অযুত।

হাঁহিছা মোহন হাঁহি দূৰ নীলিমাত
স্বৰগৰ মাধুৰী বিলাই,
শতেক হিয়াৰ পাই ভাৱৰ সঙ্কেত
নিৰলে হাঁহিছা মিচিকাই

শ্ৰীনলিনী বালা দেৱী

**কঠিন শব্দৰ অৰ্থ :-**

অমিয়া= অমৃত
লহৰী= ঢৌ
বিনিদ্ৰ= টোপনি নোহোৱা

**প্ৰশ্নঃ—** [১]"শতেক হিয়াৰ পাই ভাৱৰ সঙ্কেত
নিৰলে হাঁহিছা মিচিকাই।"
"পূৰ্ণিমা"ৰ শুভ্ৰনী মুখ দেখি কবিয়ে নিজা ভাৱৰ কি সঙ্কেত দিছে ?

[২] ব্যাখ্যামূলক টোকা লিখা :
[ক] জাগি উঠে পাহৰণ বেথা।
[খ] অনন্ত যৌৱনা।

# মহা মানৱৰ মহা প্ৰয়াণ

[ কাব্য সাধনাত গোটেই জীৱন এহা-শুধীয়াকৈ লাগি থকা কবি সকলৰ ভিতৰত শ্ৰীযুত যতীন্দ্ৰ নাথ দুৱৰা অন্যতম। তেওঁৰ মনোৰম কবিতাৱলী অসমীয়া কাব্য-কাননৰ পাৰিজাত। দুৱৰাই কবায়াৎ ওমৰ খৈয়ামৰ পদ্যাৱলী 'ওমৰ তীৰ্থ' নামৰ পুথিত অসমীয়ালৈ অনুবাদ কৰিছে। ]

আজি ভাৰতৰ মহা সাধকৰ হঠাতে সিপাৰে অস্তমান
ইপাৰে জগতে চাই চকুলোৰে মহা-মানৱৰ মহা-প্ৰয়াণ।
সৰগৰ এটি নামি জ্যোতিকণা,
নতুন আলোক কৰিলে দান ;
নতুন সুৰৰ লহৰী তোলাই
ভাৰত বুকুত বোৱালে বান।
সেই বানপানী উঠলি উঠিল
ঘৰে ঘৰে তাৰ পৰশ পাই,
দিলে মেলি পাৰি শত নৰ-নাৰী
মুক্তিৰ মহান পথলৈ চাই।
দিলে উজলাই জাতিৰ অন্তৰ,
শতেক যুগৰ তিমিৰ নাশি ;
ভগীৰথে যেনে জাহ্নবীৰ ধাৰা,
নমাই নাশিলে কালিমা ৰাশি

অহিংস যজ্ঞৰ হোমাগ্নি কাষত
সকু-বৰ মিলি একোটি হল,
বিভেদ এৰিলে আতমা জাগিলে
এটি মহাজাতি উদ্ভৱ হল।
উদ্ভাসিত জননীৰ জ্যোতি
দিশে দিশে খ্যাতি বিয়পি গ'ল।
নতুন যুগৰ নব মহাবাণী
পৃথিবী মাজত প্ৰচাৰ হ'ল।
স্তম্ভিত হৈ বিশ্ব জগতে
ভকতি ভাবেৰে দোঁৱালে শিৰ,
যুগ অৱতাৰ ত্যাগৰ আদৰ্শ
মহান আতমা ভাৰত বীৰ।
হোমৰ অগনি জ্বলি থাকোঁতেই
উঠে আচম্বিত শোকৰ তান,
যজ্ঞৰ বেদীত মহান পূজকে
শেষ আহুতিত ত্যজিলে প্ৰাণ।
বিয়োগ বাতৰি দেশে বিদেশে
বিজুলি সঞ্চাৰে ব্যাপ্ত হল,
মুফুটিল মাত নোলাল চকুলো
অনাথা জননী মৌন ৰ'ল।
গভীৰ আন্ধাৰে ধৰণী ঢাকিলে
প্ৰলয় নাচোনে প্ৰকৃতি নাচিলে।

ৰুদ্ৰ ৰোষেৰে গৰজি উঠিলে,
পিণাক-পাণিয়ে ত্ৰিশূল ধৰিলে,
ধ্বংসৰ কাৰণে আদেশ আপেক্ষি
ডাকিনি যোগিনী ঠিয়দি ৰ'ল।
মহাত্মাই এটি মধুৰ হাঁহিৰে
প্ৰেমৰ জেউতি দুনাই জ্বলালে,
ধ্বংসৰ অগনি আপুনি নুমালে
পিণাক-পাণিয়ে ত্ৰিশূল এৰিলে
ক্ষুব্ধ দেৱতা শান্ত হ'ল।
গৰজি গৰজি ফেনিল সাগৰো
আপোনা আপুনি নীৰৱ ৰ'ল
নিঠুৰ নিয়তি ক'ত তেনে তোৰ
শত বিভীষিকা মৃত্যুৰ ভয় ?
হাঁহি মুখে হে'ৰ মৃত্যুঞ্জয়ী বীৰে
প্ৰেমেৰে মৰণ কৰিলে জয়।
দেশৰ মানুহে নিচিনা কাৰণে
হ'লা নেকি নিজে মেঘৰ আঁৰ,
আজি শ্মশানত কিনো গাম গান
ছিগি গ'ল মোৰ বীণাৰ তাৰ।
মাথোঁ এটিবাৰ মাগিছোঁ তোমাক
মৰিও অমৰ মহান প্ৰাণ
সৰগৰ পৰা আশীষ বিতৰি

ধৰ্ম্ম ভাৰতৰ মঙ্গল দান .
সাধা জগতৰ মহা কল্যাণ ॥
আজি ভাৰতৰ মহা সাধকৰ হঠাতে সিপাৰে অস্তমান ।
ইপাৰে জগতে চায় চকুলোৰে মহামানৱৰ মহা প্ৰয়াণ ॥

শ্ৰীযতীন্দ্ৰ নাথ দুৱৰা



**কঠিন শব্দৰ অৰ্থ:—**

অস্তমান—মাৰগ'ল ; অস্তগল ।

দোঁৱালেশিৰ—মূৰ চপৰালে ; সেৱা জনালে ।

**প্ৰশ্ন**—১। কৱিতাটোৰ সাৰাংশ লিখা ।

২। ব্যাখ্যা কৰা:—

[ক] "সৰগৰ এটি·········বোৱালে বান ।"

[খ] "দেশৰ মানুহে·········মেঘৰ আঁৰ ।"·····

৩। ব্যাখ্যা মূলক টোকা লিখা:—

প্ৰেমেৰে মৰণ কৰিলে জয়,
মৰিও অমৰ মহান প্ৰাণ ।



# —দধিচী ঋষিৰ আশ্ৰম—

[ শ্ৰীযুত চন্দ্ৰধৰ বৰুৱা সাহিত্যৰথীয়ে অমিত্ৰাক্ষৰ ছন্দত "মেঘনাদ বধ" "তিলোত্তমা সম্ভৱ" আদি নাটক ৰচনা কৰি অসমীয়া সাহিত্যত এক নতুন যুগৰ সূচনা কৰে। তেওঁৰ "ভাগ্য পৰীক্ষা" অন্যতম উচ্চ শ্ৰেণীৰ নাটক। 'ৰঞ্জন' কবিতাৰ পুথি। 'দধিচী ঋষিৰ আশ্ৰম' কবিতা অংশ "বিদ্যুত বিকাশ" কাব্যৰ পৰা উদ্ধৃত ]

সুনিৰ্ম্মল জলৰ তটিনী
কুলু কুলু নাদ কৰি শিলত বাগৰি
অহৰ্নিশি বয় অবিৰামে,
কিবা যেন অন্তৰত মহৎ কামনা
গুপ্ত কৰি ল'ই যতনেৰে।
পাৰত বিৰাজে এক দিব্য তপোৱন;
লতিকাই তৰুক পিন্ধাই তাত
কুসুমৰ মালা বিতোপন
বিহগে বন্দনা গায় পুৱাত সন্ধ্যাত
পেচকে উকলি দিয়ে শেহ ৰজনীত;
ঝিলীয়ে ৰাগিণী টানে, কোকিলে বজায়,
নৃত্য কৰে দুই সখী
কুমুদিনী নলিনীয়ে।

বনৰ বিহঙ্গকুল
সৰদীৰ মৎস্য আৰু কচ্ছপসকলে,
আহ্বানিলে নির্ভয়ে আহি
হাততে আহাৰ ভুঞ্জে হৰিষ মনেৰে।
বিবিধ কুৰঙ্গকুলে
আনন্দৰে চৰি ফুৰে
কোমল দূবৰি গজা শ্যাম বননিত,
অভ্যাগত লোকক দেখিলে,
তৃপ্তিকৰ খাদ্য খুজি খায় লগে লগে।
তপৰ প্ৰভাৱ গুণে
পশিব নোৱাৰে তাত
হিংস্র বনচৰ কোনো প্ৰাণী
গৈৰিক বসন পিন্ধা, সুঠাম দেহৰ
সদাচাৰী ব্ৰহ্মচাৰী যুৱক সকলে
বেদ গায়, শাস্ত্ৰ পঢ়ে, সমীধ আহৰে;
সৰলা বিমলমনা আশ্ৰম কন্যাই
পাঠ কৰে, জল আনে
মালা গাঁথে বনৰ ফুলৰ।
ফুলে ফুলে তৰুৱে লতাই
জাতিষ্কাৰ, শান্তিময় সুপবিত্ৰ স্থান।
দধিচী ঋষিৰ এই আশ্ৰম কানন

শ্ৰীচন্দ্ৰধৰ বৰুৱা

**কঠিন শব্দৰ অৰ্থঃ—**

অহৰ্নিশি-দিনে-ৰাতিয়ে

বিহগ-চৰাই

কুমুদিনী—ভেটফুল

নলিনী—পদুম ফুল।

**প্ৰশ্ন**—[১] "দধিচী ঋষিৰ আশ্ৰম' ৰ সৌন্দৰ্য্য বৰ্ণনা কৰা।

# অসম-গৌৰৱ

[ ডাঃ সূৰ্য্যকুমাৰ ভূঞা বিশেষ ভাৱে বুৰঞ্জীবিদ বুলিহে প্ৰখ্যাত। তেখেতে আহোম যুগৰ বুৰঞ্জীৰ ভালেখিনি তথ্য পোহৰলৈ আনিছে; এই বিষয়ে অলেখ প্ৰবন্ধ পাতি আৰু পুথি ৰচনা কৰিছে। ভূঞাদেৱে ডেকা বয়সত গল্প আৰু কবিতাও ৰচনা কৰিছিল। তেখেতৰ উৎকৃষ্ট কবিতা সমূহ "নিৰ্মালি" নামৰ পুথিত থূপাই প্ৰকাশ কৰা হৈছে। ]

প্ৰকৃতিৰ লীলাভূমি মহিমাৰ কেন্দ্ৰ তুমি
ৰত্নৰ বসতি-স্থল অসম জননী
মাহাত্ম্য চানেকি তৱ জন্মালা সন্তানসৱ
অতীজৰে পৰা তুমি ৰত্ন-প্ৰসবিনী।
হাঁহিছে প্ৰকৃতি দেৱী তোমাৰ চৰণ সেৱি
বিস্তাৰি স্বভাৱ ছালি সৌন্দৰ্য্য উগাৰি;

কলৰৱে কলকল বয় লোহিতৰ জল
আদিতে যোগান তাৰ ধৰে হিমগিৰি।
ইন্দ্ৰৰ অমৰাৱতী ভোগৰ নহয় মতি,
পুণ্যকাম স্বৰ্গভোগ সকলো অসাৰ,
শিৱৰ কৈলাস ধাম ইহ সংসাৰতে পাম
ইন্দ্ৰালয় শিৱধাম কোলাত তোমাৰ।
হিন্দু পুণ্য তীৰ্থস্থল খিলঞ্জীয়া নীলাচৰ
ৰইছে অটলভাৱে নিলাকাশ চুমি,
উমানন্দ শুক্রেশ্বৰ আৰু মণিকৰ্ণেশ্বৰ
তোমাৰ কোলাতে আছে পুণ্য তীৰ্থভূমি।
তব পুত্ৰৰত্নসৱে অদ্যাপি অমৰ ভাৱে
বখানিছে কীৰ্ত্তি তব জেউতি চৰাই,
হই তব কীৰ্ত্তিপূৰ শোভিছে অৰাপূৰ
আজিল'কে মাহাত্ম্যৰ স্মৃতি-পূজা পাই।
সূৰ্য্যবংশী ৰাজগুৰু দেখাতে জ্ঞানৰ তৰু
বশিষ্ঠ ললেহি আহি তোমাতে আশ্ৰয়,
ৰুক্মিণী তগৰ ফুল নাই যাৰ সমতুল
তব কাননতে ফুলি শোভিলে আলয়।
বাণৰ তনয়া উষা পিন্ধি সৌন্দৰ্য্যৰ ভূষা
শোভিলে শোণিতপুৰ তোমাৰ বুকৰে,
সমে সখী চিত্ৰলেখা দিলে অনিৰুদ্ধে দেখা
পৱিত্ৰিলে তৱালয় পুণ্য প্ৰণয়বে।

উজ্জয়িনী-ৰত্নমণি অগাধ জ্ঞানৰ খনি
বৰাহমিহিৰে কৰি তোমাতে ভ্ৰমণ,
লভি জ্যোতিষ্ক জ্ঞান বঢ়ালে তোমাৰ মান
পুনু নিজ ভূমি লই কৰি আৱৰ্জ্জন।
ডাক বেদসম বাণী হিত-উপদেশ দানি
বঢ়ালে অসমবাসী জ্ঞানৰ আহিলা,
অতুলন কাব্যকাৰে অসামান্য প্ৰতিভাৰে
কৱিতা সাগৰ মথি জ্ঞান বিতৰিলা।
কবিকুল শিৰোমণি বৈষ্ণৱ-মস্তক মণি
শঙ্কৰ মাধৱ আদি তোমাৰ সন্তান,
প্ৰচাৰি নিস্কাম ধৰ্ম্ম বুজালে ঈশ্বৰমৰ্ম্ম
একেৰাহে বিতৰিলে হৰিগুণ-গান।
সিসৱৰ মহিমাই অদ্যপিও পূজা পায়
আতিকে নিঃস্বাৰ্থ ভাৱে সকলোৰে পৰা,
জীৱনৰ চানেকীয়ে মনক সুবল দিয়ে,
মৰিও অমৰ হ'ল মাহাত্মাৰ দ্বাৰা।
বীৰেন্দ্ৰজননী তুমি বীৰজা অসমভূমি,
চিলাৰায় গদাপাণি তোমাৰ তনয়,
বীৰৰ আদৰ্শ হই বীৰৰ যশস্যা লই
শোভিছে আজিও তব কীৰিটি নিচয়।
ৰূপৱতী গুণৱতী সাধ্বী সতী জয়মতী
তোমাৰে জীয়াৰী আজি হইছে অমৰা,

স্বদেহৰ বিসৰ্জ্জনে গৃহস্থক ৰাখি প্ৰাণে
কল্পনাতো অকল্পিত দেহত্যাগ দ্বাৰা ।
সুমন্ত্ৰ অমাত্যসৱ সুযোগ্য সন্তান তৱ
মন্ত্ৰী পূৰ্ণানন্দ আৰু ভোমোৰা-কলীয়া
মৰ্ত্তে অৱতাৰ হই ভাষাহিত ব্ৰত লই
ফুকন আনন্দ ৰামে অৰ্পিছিল হিয়া ।
কাব্যমত্ত হিয়া গাথ সংস্কৃত সাগৰ মথি
আনন্দে তোমাৰ মুখ কৰিলে পোহৰ,
ভাৰতীৰ পুত্ৰ বুলি জ্ঞানৰ জেউতি তুলি
অদ্যাপিও পূজা পায় সভ্য জগতৰ ।
ভাষাৰ উন্নতি হেতু পাতি থই নৱ সেতু
শ্ৰীহেম গুণাভিৰামে কৰিলে বিধান,
ভাষাহিত বুকে লই মাতৃসেৱা শিৰে থই
অকালতে লম্বোদৰে কৰিলে প্ৰয়াণ ।
এনে ৰত্ন-জন্মদাত্ৰী তুমিহে অসম-মাতৃ,
সাধ্য কি মহিমা তৱ কৰিম কীৰ্ত্তন,
তোমাৰ মহিমা গান ৰাখি সুৰ লয় মান
নোৱাৰি কৰিব আজি প্ৰণমো চৰণ ।
আজিও প্ৰচুৰ তৱ প্ৰাচীন কীৰিতি সৱ
অতীত গৰিমা-ৰাশি দিছে সোঁৱৰাই,
ৰত্ন প্ৰসবিনী তুমি জননী অসমভূমি,
অমৰ তোমাৰ ৰত্ন স্মৃতি পূজা পাই ।

প্ৰকৃতিৰ সুকৌশল হইছে একেটি স্থল
প্ৰকৃতিৰ পটেশ্বৰী তুমি হে অসম,
সৰ্ব্বৰূপ-সম্মিলন সৌন্দৰ্য্যত অতুলন,
প্ৰাকৃতিক ৰেহৰূপে তুমি অনুপম।
আহাঁ সৱে মিলি-জুলি নিজক্ষুদ্ৰ স্বাৰ্থ ভুলি
আহাঁ কৰোঁ অসমৰ মহিমা কীৰ্ত্তন,
স্মৰঁৰি প্ৰাচীন কীৰ্ত্তি ইটে-সিটে মিলি-পিতি
আহাঁ সবে কৰোঁ দেশ মঙ্গল সাধন।

শ্ৰীসূৰ্য্য কুমাৰ ভূঞা।

**কঠিন শব্দৰ অৰ্থ—**

খিলঞ্জীয়া—চিৰকলীয়া ॥

অটলভাৱে—স্থিৰভাৱে।

**প্ৰশ্নঃ**—(১) "প্ৰকৃতিৰ লীলাভূমি মহিমাৰ কেন্দ্ৰ" অসম জননীৰ সৌন্দৰ্য্য আৰু খ্যাতি বৰ্ণনা কৰা।



# জন্মভূমি

[বাগ্মিবৰ শ্ৰীযুত নীলমণি ফুকনে জীৱনৰ শেষ ভাগত সাহিত্য চৰ্চ্চাত ধৰি ও গদ্য পদ্য দুয়ো বিষয়ত প্ৰভূত যশস্যা আৰু খ্যাতি আৰ্জ্জিছে। জ্যোতিকণা, গুটিমালী, জিঞ্জিৰি তেওঁৰ কবিতাৰ পুথি। তিনিওখন পুথিৰে কবিতাৰ বিষয়বস্তু বিভিন্ন, সেইদৰে ৰচনা কৌশলবোৰো স্বকীয়া।]

নোহোৱা কল্পনা তুমি কবিৰ মনৰ,
হাতে-গঢ়া প্ৰতিমা নোহোৱা।
জীৱনৰ প্ৰতিৰন্ধ্ৰে আছা শক্তিৰূপে—
হৃদয়ত চালে ঘূৰি পোৱা॥
স্বৰ্গতো অধিক তুমি এনেয়ে নোহোৱা,
স্বৰ্গ আছে যদি তুমিয়েই।
মানুহ দেৱতা হয় তোমাকেই সেৱি,—
জগন্নাথ ক্ষেত্ৰ তোমাতেই॥
মাতৃয়ে গৰ্ভত ধৰে দহ মাহ মাথো,
আজন্ম পালন কৰা তুমি।
মৃত্যুৰ পিছতো দিয়া কোলাত আশ্ৰয়,—
নমো মোৰ জনমৰ ভূমি॥

জন্ম-জন্মান্তৰে যেন তোমাৰ ধূলিতে
ধূসৰিত হৈ থাকো তৱ চৰণতে।

শ্ৰীনীলমণি ফুকন

---

**কঠিন শব্দৰ অৰ্থ—**

আজন্ম—ওপোজাৰে পৰা আৰম্ভ কৰি গোটেই জীৱন; আজীৱন।

ধূসৰিত—ধূসৰ বৰণীয়া বা মটীয়া বগা।

**প্ৰশ্নঃ**—[১] কবিয়ে কিয় জন্ম-জন্মান্তৰে জন্মভূমিৰ ধূলিতে ধূসৰিত হৈ থাকিবৰ কামনা কৰে?

[২] ব্যাখ্যা কৰা:—

"মাতৃয়ে গৰ্ভত.........কৰা তুমি।

---

# বৰপেটা

[শ্ৰীযুত শৈলধৰ ৰাজখোৱা এজন প্ৰবীণ কবি। তেওঁৰ ভালেমান কবিতা 'নিজৰা' নামৰ পুথিত সন্নিহিত কৰা হৈছে।]

অসমৰ কাশীপুৰী দ্বাৰকা মথুৰা পুৰী
অসমৰ বৰপেটা ধাম,

চাই যোৱা বাটকৰা পৰাণ জুৰাই যোৱা
শুনি যোৱা হৰি গুণ-নাম।

পূৰ্ণ ব্ৰহ্ম অৱতাৰ সেই মহাপুৰুষৰ
পদ-ৰজ পূত পুণ্য থান,
ইথানৰ প্ৰতি অণু বালিকণা পৰমাণু
শুনে নিতে হৰিগুণ-গান।

আকাশত হৰি নাম, বতাহত হৰি নাম,
হৰি নাম শিশুৰ মুখত,
নাৱে নাৱে হৰি নাম, ই যেন বৈকুণ্ঠধাম
হৰি নাম বঠাৰ কোবত।

আকাশী চৰায়ে মাতে 'ৰামবোল' 'হৰিবোল'
গছে-পাতে হৰি হৰিগুণ গায়;
নিজান বননি জিনি হৰিৰ মহিমা শুনি
শোক-তাপ দূৰতে পলায়;

জনমত হৰি নাম বিবাহত হৰি নাম
হৰি নাম বিহু-উৎসৱত;
নাৱৰীয়া নাও বাই হৰিৰ মহিমা গায়,
বৰনৈৰ বিমল বুকুত।

সবল সুন্দৰ হাত বঠা ধৰি ডেকাইঁতে

নাও খেলে তিথি উৎসৱত,
'ৰামবোল' 'হৰিবোল' চাৰে চাৰে উঠে বোল
হৰি বুলি নাচে উলাহত।

চউপাশে তাল-খোল মৃদঙ্গৰ মহাবোল
থানে থানে হৰি সংকীৰ্ত্তন,'
সুখী-দুখী, পাপী-তাপী চাই যোৱা কাষ চাপি
মানৱৰ কি মহামিলন।

নাই পূজা আৱাহন নাই বলি বিসৰ্জ্জন
উচ্চ-নীচ ভেদাভেদ জ্ঞান,
নাই কাৰো উচ্চাসন নাই কাৰো নীচাসন
হৰি ভক্ত সকলো সমান।

ইহেন আদৰ্শ লই অহিছিলা ধৰালই
হে দেৱতা! অসম ভাগ্যত,
সাম্যমন্ত্ৰ হৰিনাম পৱিত্ৰ কীৰ্ত্তন থান
এৰি গলা ই মহা তীৰ্থত।

এয়ে সেই পূণ্য ভূমি যিথানত নিজে তুমি
থানে থানে ধৰ্ম্মসত্ৰ পাতি,
নানা শাস্ত্ৰ ব্যাখ্যা কৰি মাতৃভাষা পূৰ্ণ কৰি
গঢ়ি গ'লা অসমীয়া জাতি।

ভাষাৰ জননী তুমি জাতিৰ জনম ভূমি

সাম্যমন্ত্ৰ প্ৰচাৰা ধৰাত,
সেই মহা মন্ত্ৰ জপি মুক্ত হওক পাপী-তাপী
বিশ্বপ্ৰেম জাগক প্ৰাণত।

শ্ৰীশৈলধৰ ৰাজখোৱা

---

**কঠিন শব্দৰ অৰ্থঃ—**

পূত = পবিত্ৰ
চউপাশে = চাৰিওফালে

**প্ৰশ্নঃ—** (১) পূৰ্ণ ব্ৰহ্ম অৱতাৰ সেই মহা পুৰুষৰ
পদ—ৰজ পূত পুণ্য থান,
ইথানৰ প্ৰতি অণু বালিকণা পৰমাণু
শুনে নিতে হৰিগুণ নাম।"

উল্লিখিত 'পূৰ্ণব্ৰহ্ম অৱতাৰ' কোন ? 'পুণ্য থান' কোন খনি

(২) ব্যাখ্যা কৰা :—

(ক) "নাই পূজা ..........সকলো সমান"

(খ) "ভাষাৰ জননী .........প্ৰাণত।

---

# জয়মতী

[শ্ৰীযুত ডিম্বেশ্বৰ নেওগ একেধাৰে কবি আৰু সমালোচক। তেওঁৰ অসমীয়া সাহিত্যৰ বুৰঞ্জীত ভুমুকি আৰু আধুনিক অসমীয়া সাহিত্যৰ বুৰঞ্জী নানা তথ্যপূৰ্ণ উল্লেখযোগ্য পুথি। 'ধুপিতৰা' 'ইন্দ্ৰধনু' 'অসমা' আদি অনান্য কবিতাৰ পুথি।]

স্বামীৰ চৰণ-সেৱা পবিত্ৰ যজ্ঞত
জীৱনৰ পূৰ্ণাহুতি ঢালি—
সপ্তাদিশ শতিকাৰ জাতীয় আকাশ
পোহৰালা ধৰ্ম্মনিষ্ঠা পালি।

ঘোপমৰা আকাশৰ তিমিৰ ৰাশিত
সতীত্বৰ হিৰণ কিৰণ
ঢালি তুমি মহাসতী মহা সুক্ষণত
আদৰিলা অপূৰ্ব্ব মৰণ।

হৃদয়ৰ মন্দিৰত পতিত মূৰতি
থাপি লৈ একান্ত মনেৰে,
পতিৰ সেৱাই গতি সতী তিৰোতাৰ
গলা উটি একেটি ভাবেৰে।

স্মৃতিৰ পটত সতী ! দাম্পত্য প্ৰেমৰ
ৰাখি গলা আদৰ্শ চানেকী,
জুৰি যুগ যুগান্তৰ এই আদৰ্শই
জগতক কৰিব চহকী ।

যতদিন প্ৰকৃতিৰ বীণাৰ জোঁকাৰে
শূইনক কঁপাই থাকিব,
ততদিন ধৰি তযু অক্ষয় কীৰিতি
জয় দ'লে অক্ষুণ্ণ ৰাখিব ।

তোমাৰে স্বোৱামী সেই ৰজা গদাধৰ
বাহুবলে বিখ্যাত ভুবন ;
পৰাজি দুৰ্ম্মতি ৰজা ন্যায় সমৰত
চিৰকাল হ'ল অমৰণ ।

জগতৰ ইতিহাসে জন-সমাজত
যতদিন আদৰ লভিব,
যতদিন স্বজাতিৰ বিজয় নিচান
শূইনত ধীৰেৰে কঁপিব ;

অতদিন অসমৰো এই কাহিনীয়ে
জগতৰ দৃষ্টি আকৰ্ষিব,
জয়মতী আত্ম-বলিদানৰ ছবিয়ে

সকলোৰে চকুলো টানিব।

জয় হল মতি আৰু সতীত্ব তোমাৰ
শীৰ্ষস্থান ললা স্বৰগত ;
নতুন বেশেৰে তুমি স্বৰ্গী মন্দাকিনী
নমাই বোৱালা মৰতত।

কালৰ সোঁতত উটি গল মহাসতী
বল খোজ সময়-বালিত ;
যুগ-যুগান্তৰ হেতু সতীত্ব চানেকী
বাছি গলা সবাৰে স্মৃতিত।

শ্ৰীডিম্বেশ্বৰ নেওগ

---

**কঠিন শব্দৰ অৰ্থঃ—**

তিমিৰ— আন্ধাৰ
হিৰণ— সোণালী।
অক্ষুণ্ণ— অটুট।

**প্ৰশ্ন**— [১] জয়মতী কবিতাৰ অনুকৰণত জয়মতী কুঁৱৰীৰ মহিমা বৰ্ণনা কৰা।
[২] ব্যাখ্যা কৰা—
"কালৰ সোঁতত··· ······ ·· স্মৃতিত।"

# ব্ৰহ্মপুত্ৰ

[শ্ৰীযুত বিনন্দ চন্দ্ৰ বৰুৱাই অসমীয়া কবিতাত এক নতুন ছন্দৰ অৱতাৰণা কৰিছে। তেখেতৰ কবিতাসমূহ উৎসাহ-উদ্দীপক আৰু জাতীয় গৌৰৱেৰে উজ্জ্বল। "শঙ্খধ্বনি" আৰু "প্ৰতিধ্বনি" লিখকৰ কবিতাৰ পুথি।]

ব্ৰহ্মপুত্ৰ! ব্ৰহ্মপুত্ৰ! জন্মভূমিৰ অতি আদৰৰ—
মণি মাণিকৰ ৰজত সূত্ৰ
তোমাৰ পাৰতে, যুগে যুগে কত—
কবিয়ে পাতিলে ভাৱৰ ৰাজ্য;
অতিকে পুৰণি অতিকে আপোন—
তুমিহে মোৰ ব্ৰহ্মপুত্ৰ!

সংসাৰৰ কত ঘাট-প্ৰতিঘাট সকলো— খিনিকে বুকুত লৈ,
আহিছোঁহে দেৱ, পাতলাওঁ বুলি সৰ্কলোটি কথা তোমাক কৈ।
আগগুৰি নাই বৈছে মাথোন পকনি বতাহ জানিছোঁ মই,
কেনি যাব লাগে নেজানো একোকে তুমিয়েই যদি নিদিয়া কৈ।
তোমাৰ পাৰতে ধূলি ধেমালিৰে গালোঁ কত মোৰ লৰালি গান,
যৌৱনৰ মোৰ লাৱণ্য মাধুৰী কৰি আছা দেৱ তুমিয়ে দান।

আইতাৰ সাধুকথা সকলোতে সদায় শুনিছোঁ তোমাৰ নাম।
কত হেঁপাহেৰে কৰিছিলোঁ আশা কেতিয়া তোমাক চাবলৈ পাম।
এতিয়া জানিছোঁ এতিয়া বুজিছোঁ আজীৱন তুমি বন্ধু মোৰ,
তোমাৰ পাৰত কোনোবা এঠাইত পৰে যেন এই দেহা ওৰ।
অতি হেঁপাহেৰে বিশাল পাৰত সান্ত্বনা আশাৰে বহিছোঁ আহি,
জলোৱাহে দেৱ জ্ঞানৰ বন্তি ফুলোৱা হিয়াৰ পদুম পাহি।
কোন বিধতাৰ কল্পিত মানস তোমাৰ আকাৰ ব্ৰহ্মপুত্ৰ,
মৰ্ত্ত্যৰ মানস হয়নে নহয় নাজানো সঠিক জন্মসূত্ৰ।
হিমালয় গিৰি মহা তাপসৰ বিশাল শৰীৰ পোহৰ কৰি,
আছে বহি যত পৰ্ব্বত কুঁৱৰী দেৱাদিদেৱৰ যোগান ধৰি,
তাতেনেকি দেৱ তোমাৰ জন্ম তুমিনেকি প্ৰেম অশ্ৰু ধাৰ,
শিৱ ভবানীৰ মিলিত প্ৰেমৰ অশ্ৰু মহিমা কৰিছা সাৰ।
সেয়েতো তুমি তিনি পীঠ ভেদি ঘোষণা কৰিছা প্ৰেমৰ জয়।
কামৰ বাতৰি, ৰত্নত মিলাই সৌমাৰত আনি কৰিছা লয়।
চকুলো মোহাৰি হিমালয়ে নেকি কোনোবা যুগৰ বাতৰি কয়,
মহা তাপসৰ চকুলোনে তুমি নীলিম সাগৰে সাদৰি লয়?
ইপাৰে সিপাৰে গছ গছনিয়ে হালে জালে কৰি নম্ৰ শিৰ,
এটি দুটি কৰি ভাবেৰে পূজিছে ভাবত তোমাৰ সকলো ধীৰ।
ডালে ডালে পৰি কুলি কেতেকীয়ে বিমল ৰূপৰ কৰিছে গান,
দূৰ বিদূৰত উঠে প্ৰতিধ্বনি সুন্দৰ তোমাৰ বঢ়াই মান।
জেউতি চৰাই মাজে মাজে কতৰূপ যেন বগা ৰাজিৰ চট,
আঁতৰে আঁতৰে ধাননি পথাৰে শোভিছে তোমাৰ বিশাল তট।

নীল বৰণীয়া অতিকে ধুনীয়া আছে জুৰি পাৰ পৰ্ব্বত শাৰী,
নিজৰা জৰিছে তোমাক যোগাই সামান্য হলেও ফটিক ধাৰি।
কত পৰ্ব্বতৰ টিঙত শোভিছে উজ্জ্বাৰি পুৰণি লুকুৱা চিন,
মন্দিৰত সৌ সোণৰ কলচী ভাৱ সৌন্দৰ্য্যাত যদিও ক্ষীন।
মহা ভৈৰৱৰ উমানন্দ তুমি কোলাত তুলিছা সাদৰ কৰি,
ৰূপৰ খাৰুত নীলা বাখৰৰ জেউতি উঠিছে লাহত চৰি।
সৌ সিপাৰেদি পৰ্ব্বত শাৰীয়ে পিন্ধিব নাৰ্জি ফুলৰ মালা,।
তোমাৰ পূজাৰ কাৰণেই যেন সাজু লৈ শুৱনি ডলা।
তুমিয়ে গঢ়িছা মায়াৰ ৰাজ্য কামৰূপ এই মায়াৰ পুৰি,
চিৰকাল যাৰ গৌৰৱ নিচান লৰিছে গোটেই ভাৰত জুৰি।
এই চকু দুটি সদায় ব্যাকুল সৌন্দৰ্য্য-সুখৰ তৃষ্ণা ভৰা,
ক্ষন্তেক হলেও তুমিয়েই যেন আকুল হেঁপাহ পূৰ্ণ কৰা।

শ্ৰীবিনন্দ চন্দ্ৰ বৰুৱা

---

**কঠিন শব্দৰ অৰ্থ ঃ—**

সূত্ৰ — সূতা।

বিশাল— বহল।

অশ্ৰ—চকুলো ; লোতক।

প্ৰশ্নঃ— ১। কবিয়ে ব্ৰহ্মপুত্ৰৰ কিদৰে গুণ-গান কৰিছে তাক তোমাৰ ভাষাত লিখা।

২। ব্যাখ্যা কৰা—

(ক) "সেয়েতো তুমি.........কৰিছা লয়।

(খ) "তুমিযে গঢ়িছা......... ভাৰত জুৰি।"

# লুইতৰ স্মৃতি

[শ্ৰীযুত যোগেন্দ্ৰ নাথ বৰদলৈৰ ঘৰ ডিব্ৰুগড়ত। অৰুণ, আবাহন, বাঁহীৰ পাততে তেওঁৰ কবিতা সমূহ সিচঁৰতি হৈ আছে। সৰল ভাষা, কোমল ভাৱ, লয়লাস ছন্দই তেওঁৰ কবিতা শুৱলা কৰিছে।]

লুইতৰ চাপৰি নিকা চকে চকি,
কাচই ৰুণী পাৰে লেখি,
সাউদৰ ডিঙৰা পাৰে ভাঙি যোৱা
মনত ভয়ে লাগে দেখি,
ভৈয়ামৰ বৰে নৈ দেখাত বৰে হয়
বাৰিষাৰ আহিল ঢল
ফেনে ফোটোকাৰে গুজৰি গুমৰি
ৰ'দত কৰে তল মল,
চাপৰিৰ জাৱে গছ লিহিৰা লিহিৰি
কোমল সেউজীয়া বন
ৰ'দৰ জিলিঙনি, ডাৱৰৰ সুৰুঙা

দেখাত ভালে লাগে মন ।
লুইতৰ বুকুৰে টুল্ বুল্ সৰু নাও
বগা চকে চকি পাল
পশ্চিমৰ পছোৱাই কিনো খেল খেলিছে
কঁপনি উঠিছে ভাল ।
গঙ্গাকৈ চিলনী লুইতৰ বালিৰে
ৰই ৰই মাতেনো কাক,
পানীৰে জুৱলিত ৰঙেৰে খেলিছে
বগাকৈ বগলিৰে জাক ।
কহুঁৱা বনতে ডাউকে কান্দিছে
আপোনাৰ লগৰী এৰি
সৰুকৈ ঘিলাইঁহ ধুনীয়া ধুনীয়া
আনন্দত ফুৰিছে চৰি ।
মোৰে লগৰীৰ ভৰিৰে চিনে ঐ
বালিত পৰি পৰি থাকে
নাদুৰি সাঁতুৰি খেলা বালি ঘাট
বাৰিষাই কেনিবা ঢাকে ।
লগৰীও হেৰালে বালি ঘাট ভাঙিলে
নৰলে চিনেচাব তাৰ
তাহানিৰ লৰালিৰ স্মৃতি গ'ল কেনিবা
লুইতৰ বুকুতে মাৰ ।
চিকমিক্ জোনাকত তোৰে ৰূপ ৰূপালী

তিৰ্‌বিৰ্‌ পানীৰে খেলা
আজি দেখিলে মনত বেথা লাগে
মোৰে এই বিয়লি বেলা।

শ্ৰীযোগেন্দ্ৰ নাথ বৰদলৈ

---

### কঠিন শব্দৰ অৰ্থ—

চকে চকি— চিক চিকীয়া।

লিহিবা লিহিবি— লাহী

প্ৰশ্ন— [১] কবিতাটোৰ সাৰাংশ লিখা।

